তাত কামৰূপৰ বামুণে কাম-কাজ চলায়। সাৰ্বভৌম ভট্টাচাৰ্য অসমীয়া পণ্ডিত আছিল। তেওঁক কোচবিহাৰৰ সভাপণ্ডিত নিযুক্ত কৰা হৈছিল। সুপ্ৰসিদ্ধ ৰঘুনন্দন ভট্টাচাৰ্যে বংগ, বিহাৰ আৰু উৰিষ্যাৰ পণ্ডিতসকলক পৰাস্ত কৰি স্মাৰ্ত্ত মত প্ৰৱৰ্তন কৰিলে। পিছত কোচবিহাৰ হৈ আহি সাৰ্বভৌম সভাপণ্ডিতৰ ঘৈণীয়েকৰ হাতত পৰাস্ত হৈ উলটি গ'ল। তেওঁ কোচবিহাৰ পোৱাৰ পূৰ্বতেই সাৰ্বভৌম ভট্টাচাৰ্যৰ পৰলোকপ্ৰাপ্তি হৈছিল। অসমত প্ৰাচীন মতেই প্ৰবল থাকিল। শংকৰদেৱ আৰু মাধৱদেৱ অধিকাংশ কাল কোচবিহাৰত অসমীয়া পুথিৰে ধৰ্মপ্ৰচাৰ কৰিছিল। কোচবিহাৰবাসী অসমীয়া নোহোৱা হ'লে, তেওঁবিলাকে কোচবিহাৰত ধৰ্মপ্ৰচাৰ কৰিবলৈ নগ'লহেঁতেন আৰু গ'লেও অসমীয়াৰে ধৰ্মপ্ৰচাৰ নকৰিলহেঁতেন। কোচ ৰাজবংশৰ আদি পুৰুষ কামৰূপৰ হাজোত আছিল। তেওঁৰ হীৰা আৰু জীৰা নামেৰে দুজন পুতেক আছিল। হীৰাৰ পুতেকৰ নাম বিশু আৰু জীৰাৰ পুতেকৰ নাম শিশু আছিল। পিছত পৰাক্ৰমী হৈ তেওঁবিলাকে বিশ্বসিংহ আৰু শিৱসিংহ নাম ল'লে। খুঁটাঘাট পৰগনাৰ চিকণগ্ৰামত বিশ্বসিংহৰ জন্ম হয়। তেৱেঁই বৰনদীৰপৰা দিনাজপুৰলৈকে ৰাজ্য বিস্তাৰ কৰি বিশাল কোচৰাজ্য স্থাপিত কৰে আৰু চিকণগ্ৰামৰপৰা ৰাজধানী কোচবিহাৰলৈ তুলি নিয়ে। বিশ্বসিংহৰ জ্যেষ্ঠপুত্ৰ নৰনাৰায়ণ ৰজা। নৰনাৰায়ণৰ ভায়েক চিলাৰায়। নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণ পচিমে ৰজা হ'ল আৰু চিলাৰায়ৰ পুতেক ৰঘুৰায় পূবে ৰজা হ'ল।

* * *

যি দেশৰ মানুহে নিজৰ জাতি আৰু ভাষা এৰে (যি কাৰণৰ নিমিত্তেই নহওক) সেই জাতি কোনোকালে তেজীয়ান হ'ব নোৱাৰে। প্ৰজাপুঞ্জইহে দেশৰ মূল বল। সৰ্বসাধাৰণে উধাৰ নোৱাৰিলে, সেই দেশ উধাৰ নোৱাৰে। কোচবিহাৰ, ৰংপুৰ আদি ঠাই আমাৰপৰা আঁতৰি যোৱাত আমাৰ যে অত্যন্ত ক্ষতি হৈছে, সেইটো আমি উকৰাই নিদিওঁ; কিন্তু এই কথা অকাট্য সত্য যে আমাৰ ক্ষতিতকৈ সেইবিলাক ঠাইৰ অধিবাসীসকলৰ অধিকতৰ ক্ষতি হৈছে। এই সত্যৰ মৰ্ম গুৱালপাৰাবাসীয়ে উপলব্ধি কৰিছে দেখি আমি সন্তোষ পাইছোঁহঁক। তেওঁবিলাকে অলপ সময়ৰ ভিতৰতে বহুত কাম কৰিছে বুলিব লাগে। 'বিবাৰ' নামেৰে এখন কাকত উলিয়াইছে। 'শিক্ষক সন্মিলন' নাম দি এটি সমিতি থাপনা কৰা হৈছে। সেই সমিতিত তলত লিখা এটি অতি লাগতিয়াল প্ৰস্তাৱ গৃহীত হৈছে— অসমীয়া ভাষা আৰু



সাহিত্যৰ উন্নতিৰ কাৰণে তলত কোৱা কামখিনি কৰিবলৈ আগবঢ়া যাওক ক) পুৰণি পুথি সংগ্ৰহ কৰা (খ) এই জিলাৰ নানা ঠাইৰ ঐতিহাসিক কাহিনী সংগ্ৰহ কৰা (গ) গৰখীয়া আৰু কৃষকৰ মুখৰ গীত আৰু বিয়ানাম লিপিবদ্ধ কৰা (ঘ) দতৰা, চেৰেঙা, বেণু আৰু বাঁহীৰ গীতবোৰ গোটোৱা (ঙ) মুখে মুখে চলি থকা সাধু কথাবোৰ সংগ্ৰহ কৰি লিপিবদ্ধ কৰা। আমি আশাকৰোঁ আৰু ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ যেন গুৱালপাৰাবাসীৰ সদভিলাস পৰিপূৰ্ণ হয়।

* * *

সন্তোষৰ কথা, মুছলমানসকলে অসমীয়া ভাষা আৰু সাহিত্যৰ নিমিত্তে যত্ন কৰিছে। বংগদেশৰ মুছলমানে ভাল বঙলা ক'ব নাজানে। বঙালীয়ে তেওঁবিলাকৰ বঙলাক মুছলমানী বঙলা বুলি ইতিকিং কৰে; কিন্তু অসমৰ মুছলমানে বহুত অসমীয়া হিন্দুতকৈ ভাল অসমীয়া জানে। মুছলমান তিৰোতাবিলাকে যেনে সুন্দৰ বিয়ানাম গাব জানে, তেনে সুন্দৰ বিয়ানাম হিন্দু তিৰোতাই গোৱা মই শুনা নাই। আশাকৰোঁ তেওঁবিলাকে যেন বিয়ানাম গোৱা প্ৰথাটি এৰি নেপেলায়। মুছলমান আৰু হিন্দুৰ প্ৰভেদ অসমত কোনোকালে নাছিল আৰু সুখৰ বিষয় এতিয়াও নাই। নাজিৰাৰপৰা ১৮৭২ চনত অসমীয়া ভাষা চলাবলৈ 'অৰুণোদয়ত' যি চিঠি প্ৰকাশিত হৈছিল তাৰ স্বাক্ষৰকাৰীৰ ভিতৰত দুজন মুছলমান আছিল। এজনৰ নাম "শ্ৰীআফৰোজ আলি আমীন", আনজনৰ নাম "শ্ৰীকাফায়ৎ উল্লা হেড্ মহৰেৰ"। আনকি, তেওঁবিলাকে নামৰ পূৰ্বতে, 'শ্ৰী'হে লিখিছিল। সুখৰ বিষয় অসম সাহিত্য সন্মিলনৰ আদৰণি সভাৰ এজন যুটীয়া সম্পাদক মৌলবী আব্দুল ৱাহাব। মৌলবী মফিজ উদ্দিন আহম্মদ হাজৰিকা ডাঙৰীয়াই যেনে বিতোপন কবিতা লিখিব পাৰে, কেইজন হিন্দুৱে তেনে কবিতা লিখিব পাৰে?

* * *

যিসকল বঙালী ভদ্ৰলোক অসমত যুগমীয়াকৈ বসতি কৰিবলৈ অহা নাই, কেৱল ধন ঘটিবলৈ আহিছে মাথোন, তেওঁবিলাকে যিমান পাৰে ধন ঘটক। স্কটলেণ্ড দেশত বাপেকে হেনো পুতেকক ধন ঘটিবলৈ এই বুলি কয় "Make money my boy, by fair means if possible, but make money." যেনেকৈ পাৰে বঙালীয়ে ধন ঘটক আমি তাত নামাতোঁ; কিন্তু আমি তেওঁবিলাকক খাটোঁ যেন তেওঁবিলাকে আমাৰ জাতীয় স্বত্বত

হাত নদিয়ে। "Live and let live" সকলো ভাৰতীয় জাতিৰ এয়ে মূলমন্ত্ৰ হ'ব লাগে। বঙালীসকল নিজে ভালে-কল্যাণে থাকক, আমাকো ভালে-কল্যাণে থাকিবলৈ দিয়ক। ভাৰতৰ সকলো জাতিয়েই নিজৰ বাটে উধাওক। ব্ৰহ্মপুত্ৰ ব্ৰহ্মপুত্ৰৰ ভাগে, গংগা গংগাৰ ভাগে, যমুনা যমুনাৰ ভাগে, কাবেৰী কাবেৰীৰ ভাগে, সিন্ধু সিন্ধুৰ ভাগে বাঢ়ক আৰু বৈ যাওক। কাকো কাৰো লগত লগলগাবলৈ যেন যত্ন কৰা নহয়। আটাইবিলাক গৈ শেষত ভাৰত মহাসাগৰত পৰিবগৈ আৰু সেয়ে ভাৰতীয় মহাজাতি। ভাৰতীয় মহাজাতি সৃষ্টি কৰিবলৈ আন উপায়েৰে কাৰবাৰ কৰিলে লেঠা বাঢ়ি যাব আৰু ভাৰতীয় মহাজাতি পানীৰ ঔ-টেঙা হ'ব।

——



সভাপতি

১৯২৭ : গোৱালপাৰা

## দশম অধিৱেশন

### স্বৰ্গীয় তৰুণৰাম ফুকন [১৮৭৭-১৯৩৯]

আমাৰ বহুতো সম্পদ আছিল, সেইটো গৌৰৱৰ কথা। যি আছিল তাক বঢ়াব পৰা নাই,। দুখৰ কথা। কিন্তু যি আছিল তাক লোপ পাব দিয়াটো বিশেষ শোক আৰু লাজৰ কথা হ'ব। ই জাতীয় মৃত্যুৰ পূৰ্বলক্ষণ, নিশ্চয়-মৃত্যুৰ নিশ্চিত প্ৰমাণ। উঠি অহা জাতিৰ জীৱনৰ চিন হৈছে পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা। তাকে নহৈ আজি আমি আত্মৰক্ষাত অসমৰ্থ। পৰাধীনতো হয়েই, কিন্তু পৰাধীন ওচৰচুবুৰীয়ায়ো আমাক নিকিন দেখি গ্ৰাস কৰিবলৈ চেষ্টা কৰিছে। ভাই অসমীয়া, অতীত গৌৰৱৰ স্মৰণ কৰি বৰ্তমান অৱস্থা উপলব্ধি কৰঁা, যুক্তি-যুক্ত অনুমানৰ-দ্বাৰা ভৱিষ্যত প্ৰত্যক্ষ কৰঁা, শৰীৰত তেজ মাংস যদিহে প্ৰকৃততে আছে গা শিয়ঁৰি উঠিব, মন উত্ৰাৱল হ'ব, হৃদয় অশান্তিৰে ভৰি পৰিব। কিন্তু শোক কৰিলেই নহ'ব। শোকৰ ঘাই কাৰণ গুচাবলৈ যথাসাধ্য চেষ্টা কৰিব লাগিব। মৃতপ্ৰায় জননীক জাতীয়তাৰদ্বাৰাই অনুপ্ৰাণিত কৰিব লাগিব। সাহিত্য আলোচনাৰ ভিতৰেৰে অসমীয়াৰ অতীত গৌৰৱৰ পুনৰুদ্ধাৰ সাধন কৰিব লাগিব। অসমীয়াক প্ৰকৃত মানুহ কৰি গঢ়ি

তুলিব লাগিব। লগৰীয়া বঙালী, উৰীয়া, হিন্দুস্থানী আদি ভাষাৰ ব্যাকৰণ আদি পঢ়ি অসমীয়া ভাষাৰ লগত তুলনা কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস লিখাৰ কাৰণে অসম সাহিত্য সভাই উপযুক্তলোকক বৃত্তি দি এই কাৰ্যত ব্ৰতী কৰা যুগুত হ'ব। গাঁৱলীয়া ভাইসকলক সহজ সৰল ভাষাত কিতাপ লিখি নিজৰ দেশৰ কথা বিদেশৰ কথা জনাব লাগিব। স্বাস্থ্য বিজ্ঞানবিষয়ক সৰল পুথি আমাৰ প্ৰায় নাই বুলিলেই হয়। স্বাস্থ্য ৰক্ষাৰ নিচেই সাধাৰণ নিয়মবোৰকে নজনা কাৰণে বছৰি আমাৰ কিমান মানুহে অকালতে জহনী, বসন্ত আদি সংক্ৰামক ৰোগত প্ৰাণ হেৰুৱায় তাক নজনা মানুহ নাই। মাউৰৰ সময়ত কেতিয়াবা গাঁৱলৈ গৈ গাঁৱলীয়া মানুহৰ অৱস্থা চালেই গাঁৱৰ প্ৰকৃত অৱস্থা বুজি পাব। আমি অলপ লিখা পঢ়া শিকি চেক্সপীয়েৰ, মিল্টন, বাৰ্ক পঢ়িয়েই বছৰি সাহিত্য, সমাজ, স্বদেশ বুলি চিঞৰি ৰাইজৰ দুখ-দুৰ্গতিৰ প্ৰতিকাৰ কৰিব নোৱাৰোঁ। জাতীয় সম্পদৰ ভিতৰত সাহিত্য-সম্পদেই শ্ৰেষ্ঠ সম্পদ। এই বিষয়ত ঋষি-মুনি আদিৰো মতভেদ নাই, সৰ্বসাধাৰণৰ মতৰ সম্পূৰ্ণ মিল। ধন-জন, যশ-মান, ঐশ্বৰ্য-বিভূতি, জ্ঞান-গৰিমা আদি যত মানে সম্পদ আছে সকলো প্ৰকাশ সাহিত্যত। এই সবাৰো সাধনা আৰু সিদ্ধিৰ হেতু সাহিত্য।

* * *

ভাষাৰ বলত আৰু সহায়ত 'মই' ভাৱৰপৰা 'আমি' ভাৱৰ সৃষ্টি হয়। 'মই' আৰু 'মোৰ' ভাৱ থাকিলে 'তেওঁ' আৰু 'তেওঁৰ' ভাৱো স্বীকাৰ কৰি কাম কৰিব লগা হয়। গতিকে 'মই আৰু মোৰ' ভাৱ থাকিলে 'তেওঁ আৰু তেওঁৰ' এই দুয়োভাৱ অটুট ৰাখি কিভাৱে কাম কৰিলে দুয়োৰো সুবিধা হ'ব পাৰে তাৰ উপায় উলিয়াব লগা হয়। এই উপায় উলিওৱাৰ লগে লগে সমাজৰ সৃষ্টি হয়। এই সমাজ ৰক্ষাৰ কাৰ্য বিধিৰ নাম নিয়ম আৰু নীতি। 'মই'ৰ ক্ৰমবিকাশতে সমাজ আৰু সমাজৰ বিস্তাৰতে স্বদেশৰ উৎপত্তি। এই স্বদেশৰ প্ৰকাশ আৰু প্ৰচাৰতে সাহিত্য আবিৰ্ভাৱ আৰু সেই প্ৰকাশৰ ঘটনাৱলী লিপিৱদ্ধ কৰাই ইতিহাস। গতিকে ইতিহাস সাহিত্যৰ এটা অংগ মাথোন।

* * *

কি সাহিত্য, কি সমাজ, কি ৰাজনীতি আটাইবোৰ কামতে বুৰঞ্জী জ্ঞানৰ আৱশ্যক। আমি অতীতকালত কেনে আছিলোঁ তাক জানিবলৈ মানুহৰ



হেঁপাহ চিৰকাল থাকিব। অতীতত আমাৰ দেশৰ অৱস্থা কেনে আছিল, বৰ্তমানত কেনে হৈছে তাক ভালকৈ নাজানিলে কোনো কামতে হাত দিব নোৱাৰি। মৃতপ্ৰায় পতিত জাতিৰ একমাত্ৰ সঞ্জীৱনী-সুধা হৈছে সেই জাতিৰ অতীত বুৰঞ্জীৰ উদ্ধাৰ আৰু অধ্যয়ন। দেশাত্মবোধ জগাবৰ আটাইতকৈ ভাল উপায় হৈছে বুৰঞ্জী জনা। আমাৰ দেশৰ স্বদেশপ্ৰেমিক বীৰসকলৰ বীৰত্ব কাহিনীয়ে আপোনাৰ মনত প্ৰভাৱ বিস্তাৰ নকৰাকৈ নোৱাৰে। সেইকাৰণেই বোধকৰোঁ মহাত্মা তিলকে 'শিৱাজী উৎসৱৰ' পুনৰ প্ৰতিষ্ঠা কৰিছিল। সৰহ ক'ব নালাগে, অসম যে মুঠেই এশ বছৰ আগেয়ে স্বাধীন ৰাজ্য আছিল এই কথা ভাৱিলে মনতে আপোনাৰ হিয়া আনন্দত উপচি নুঠে নে? আপুনি অন্তৰত বল নেপায় নে? অৱশ্যে বুৰঞ্জী মানে মই আমাৰ স্কুল কলেজত শিক্ষা দিয়া বুৰঞ্জীৰ কথা কোৱা নাই। সেইবোৰ বুৰঞ্জী নহয়, বুৰঞ্জীৰ সঁজাহে। ৰজা আৰু ৰাজবংশৰ তালিকাক বুৰঞ্জী বোলা যেনে, আপোনাৰ ঘৰ সজা বাঁহ, খেৰ, কাঠ আদিক ঘৰ বুলি কোৱাও তেনে। দেশৰ আৰু সমাজৰ প্ৰকৃত অৱস্থা, ৰাইজৰ প্ৰকৃত অৱস্থা, দেশৰ অৰ্থনৈতিক-ৰাজনৈতিক সকলো কথাৰে পুংখানুপুংখাৰূপে আলোচনা থাকিলেহে প্ৰকৃত বুৰঞ্জী হ'ব। এই ধৰণৰ বুৰঞ্জীৰপৰাহে দেশৰ কল্যাণ সাধিত হ'ব।

* * *

দকৈ নাদ খান্দি ল'লে পানীৰ অভাৱ নহয়, সেইদৰে দকৈ মন এবাৰ চহাই ল'লে ভাৱ আৰু ভাষা আপোনা-আপুনি আহি থাকে। প্ৰত্যেক উন্নত জাতিৰ সাহিত্যতেই ভাৱ আৰু ভাষাৰ এটি ক্ৰম বিকাশ পোৱা যায়। ইয়াৰ কাৰণ এক যুগৰ লেখকসকলে আগৰ যুগৰ লিখকসকলে য'ত শেষ কৰে তাৰপৰাহে আৰম্ভ কৰে। দ্বিতীয়তঃ জাতীয় জীৱন ক্ৰমবিকাশশীল আৰু সাহিত্য জাতীয় জীৱনৰ অনুৰূপ হোৱাৰ কাৰণেই ইয়াতো বিকাশৰ বেলেগে বেলেগে স্তৰ দেখিবলৈ পোৱা যায়। য়ুৰোপীয় সাহিত্যিকসকলে প্ৰথমেই গ্ৰীক আৰু লেটিন ভাষাৰ সাহিত্যবোৰ মূল ভাষা বা অনুবাদত পঢ়ি লয়। আমাৰ দেশৰ সাহিত্যিকসকলেও অতি কম পক্ষেও ৰামায়ণ, মহাভাৰত আৰু ভাগৱত আদি কেতবোৰ সংস্কৃত পুৰণি গ্ৰন্থ পঢ়ি লোৱা উচিত। সংস্কৃত জনাবোৰে মূল ভাষাত আৰু নজনাবোৰে আমাৰ ভাষাত থকা অনুবাদ গ্ৰন্থবোৰ পঢ়ি লৈ, নিজৰ আৰু আন আন দেশৰ শ্ৰেষ্ঠ লেখকসকলৰ গ্ৰন্থবোৰ আয়ত্ত কৰি ল'লে আমাৰ বৰ্তমান সাহিত্যত আমি

যিবোৰ দোষৰ কথা উনুকিয়াইছোঁ, সেইবোৰ ততালিকে নাইকিয়া হ'ব।

*　　*　　*

সাহিত্য সভাই অসম জননীৰ সাদৰী মাত গোৱালপাৰা ধুবুৰী নহয়, কোচবিহাৰ, ৰংপুৰ আদি ঠাইৰ আইক এৰি যোৱা, পাহৰি থকা পুত্র-সকলকো শুনাব লাগিব। মৰম-চেনেহ বিলাই তেওঁবিলাকক স্বদেশলৈ, আই মাতৃৰ কোলালৈ আনিব লাগিব। আইৰ সাদৰী মাত, কাতৰ আহ্বান, ছন্দৱদ্ধ গ্রন্থ-গীত আদি শতমুখী সাহিত্য সাধনাৰদ্বাৰাই দেশ, বিদেশ প্লাৱিত কৰিব লাগিব। অসম মাতৃৰ স্নেহে ব্রহ্মপুত্রৰ হিয়া ওপচাই গংগা-যমুনাক হিয়াত সাৱটি লৈ সমুদ্রৰ বিশাল বক্ষ উত্ৰাৱল কৰি তুলিব লাগিব। তেহে আই মাতৃৰ মুখ উজ্জ্বল হ'ব। তেহে সাহিত্য সভাৰ সাৰ্থকতা হ'ব। তেহে এই অসমতেই 'দেৱাঃ মৰণ মিচ্ছন্তি'— এই ঋষি বাক্যৰ সাৰ্থকতা প্রতিপন্ন হ'ব।

---



সভাপতি
১৯২৯ ঃ যোৰহাট

একাদশ অধিৱেশন

স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্য
[১৮৫৩-১৯৩৬]

আদিতে ভাষাৰ বহু অৰ্থযুক্ত গাইগোটা শব্দ অনেক আছিল। আজমীৰলৈ যোৱা বা 'আজ্‌মৰ্‌গয়' বুলি খেলি-মেলি লগা ৰহস্যযুক্ত কথাকে তাৰ দৃষ্টান্ত বুলি ধৰিব পাৰি। ক্রমে বাক্যৰে অৰ্থৰে 'পাৰ্বতিপৰমেশ্বৰ'ৰদৰে যেতিয়া সম্বন্ধ লাগি পৰিল, অতীত বৰ্তমান আৰু ভৱিষ্যত কালৰপৰা নানা কালৰ সৃষ্টি হ'ল, তেতিয়াহে ভাষাৰ ক্রমে বৰ্তমান অৱস্থালৈ অহাৰ আৰম্ভ হয়। কিমান যাব লাগিব এতিয়াও নিৰ্ণয় নাই। ভাষা আৰু বিকাশ হ'বলৈ বাকী আছে। যিমান দিন মানুহ জাতি থাকিব, বুদ্ধি-কৌশলৰ উন্নতি ক্রমে হৈ থাকিব, সিমান দিন ভাষাৰ বিকাশ অনিবাৰ্য; অৰ্থাৎ ভাষাৰ শেষ অনন্তত। ইয়াকে উপলক্ষ্য কৰি ইছলাম ধৰ্মাৱলম্বী ভাতৃসকলে এটি সৰ্বজনৰ প্রচলিত সমাপ্তিবাদ কৈ থৈছে - 'সকলো তাৰিফ্‌ খোদাতাল্লাৰ পাপ্য।' ভাষা যদি আহিছে অনন্তৰপৰা, তাৰ শেষো সেই অনন্ততে, তাৰ যদি জাগৰণ স্তুতিবাদত, তাৰ শয়নো সেই স্তুতিবাদতে— এয়ে আৱৰ্তন আৰু বিৱৰ্তন।

*　　*　　*

সাহিত্য কি : নানাবিধ ঠাল-ঠেঙুলি আৰু পাত-ফুলেৰে ধুনীয়াকৈ সজাই, শুৱলা কৰা ভাষাকে সাহিত্য বুলিব লাগে। ভাষা মানুহৰ ভিতৰত যেনেকৈ আছে, জন্তুৰ ভিতৰতো আছে। গৰুজনীয়ে হেম্বেলিয়ালে তাৰ কি উদ্দেশ্য পোৱালিটোৱে বুজে। গছৰ ভিতৰতো ভাষা আছে। মানুহৰে, গছৰে, জন্তুৰে সকলোৰে মিলি এটা ভাষা আছে, সেই ভাষা হৈছে— বিশ্বভাষা। সেই বিশ্বভাষাৰ উপাদান বিশ্বজ্ঞান।

*  *  *

কথা আকাশত লয় পায়গৈ। এতিয়া কথাৰ যুগ নহয়, কৰ্মৰ যুগ। এই সাহিত্য সভাৰদৰে এটি অনুষ্ঠান, যাৰ ভৰ্তা মোৰ বন্ধু পূজনীয় ৰায় বাহাদুৰ ৰাধাকান্ত সন্দিকৈ, এনেকুৱা এটি অনুষ্ঠান থাকোঁতে সাহিত্যৰ নানা বিষয়ক উন্নতিৰ আশা মোৰ মনত জাগ্রত হৈছে। আপোনালোক সকলোৱে সমৱেত হৈ কাৰ্য কৰিলে মোৰ আশা ভাষাত পৰিণত হ'ব। আজি ইমানবিলাক সাহিত্যিক মোৰ আগত দেখিবলৈ পাই মোৰ ভয়েই লাগিছেনে আনন্দই লাগিছে তাক ঠিক কৰিব পৰা নাই। আশাৰ উগুল-থুগুল লাগিলে আৰু ভাৱৰ খুন্দিয়াখুন্দি লাগিলে এনেকুৱাই হয়। ভাৱৰ বানপানী আহিলে ভাষাৰ নাটনি হয়। সেইদেখি মুঠেই ইমানকে কৈ থওঁ— অসমীয়া সাহিত্যৰ বিজয় দুন্দুভি আকৌ গৌৰৱেৰে নিনাদিত কৰি, আমাৰ মহিমান্বিতা জন্মভূমি কীৰ্তিশালিনী কামৰূপৰ উপযুক্ত সন্তান বুলি পৰিচয় দিবলৈ আমি যেন সমৰ্থ হওঁ। ইয়ালৈকে দেহে-কেহে আশাশুধীয়াকৈ যত্ন কৰাটো প্ৰত্যেক শিক্ষিত অসমীয়াৰ একান্ত কৰ্তব্য— এই কথা যেন আমাৰ সদায় মনত থাকে।

———



সভাপতি

১৯২৯ : গোলাঘাট

দ্বাদশ অধিৱেশন

স্বৰ্গীয় মফিজুদ্দিন আহমদ হাজৰিকা

[ ১৮৭০-১৯৫৮ ]

সাহিত্য 'সহিত' শব্দৰপৰা ওলাইছে। অতীজৰ পণ্ডিতসকলৰ মতে যিবিলাক লিখা কথাত শব্দ আৰু অৰ্থৰ মিলন হয় সেয়ে 'সাহিত্য'। সেইকালত সাহিত্য শব্দই মুখ্যতঃ কাব্য নাটকাদিক বুজাইছে আৰু গৌণভাৱে ব্যাকৰণ, তৰ্ক মীমাংসাদি গ্ৰন্থকো বুজাইছিল। আজিকালি দিনত সাহিত্য শব্দৰ অৰ্থ লিখোঁতা আৰু পঢ়োঁতাসকলে অতি ব্যাপকভাৱে গ্ৰহণ কৰে। সাহিত্য সহিত শব্দৰপৰা হৈছে দেখি জ্ঞানৰ সহিত, বুদ্ধিৰ সহিত, ভাৱৰ সহিত মিলাই শুৱলা অলংকাৰাদি লগাই ল-নি, নিমজ, ওখভাৱৰ আৰু উন্নত ধৰণৰ লিখা ভাষাকেই সাহিত্য বোলে।

*  *  *

জয় জয়তে, চৈতন্যৰূপী অনন্ত সমুদ্ৰৰ হেন্দোলনিৰ ঘন্ ঘন্ ঢৌৰ কোবত, সৃষ্টিৰ সকলো যেতিয়া অব্যক্তৰপৰা ব্যক্ত হ'ল, সমাজিকৰপৰা দিঠকলৈ আহিল, নেদেখা ৰাজ্যৰপৰা মৰ্ত্যজগতত প্ৰকাশ পালে, সেই কালত জড়বস্তুবিলাকে দীঘ-পুতল ডাঠৰ এই তিনিটা পৰিসৰ বা বৈখিক জোখ (dimension) লৈ অলৰ-অচৰভাৱে য'ৰে বস্তু ত'তে আছিল। তাৰ পিছত যেতিয়া

আকৌ নন হেন্দোলনিৰ নন ঢৌৰ কোবত ক্ৰমাৎ বাঢ়ি আহিল আৰু ভাৰ লগে লগে সূক্ষ্ম, স্থূল, স্থূলতৰ, স্থূলতম জড়দেহৰ মাজে মাজে ইচ্ছা বোলা শক্তিটিয়ে ভুমুকি দিবলৈ ধৰিলে, সেই সময়ত বস্তুবিলাকৰ আগবাঢ়ি যাবলৈ কিম্বা ওপৰলৈ উঠিবলৈ অদম্য হেপাহ হ'ল। দ্বিতীয়বাৰৰ হেন্দোলনিৰ হেঁচাত, হেঁপাহৰ উচটনিত, ইচ্ছাশক্তিৰ ঠেলাত সেই জড়বস্তু-বিলাকৰ এভাগ আগলৈ যাব নোৱাৰি, উৰ্ধমূখী হৈ বাঢ়িবলৈ ধৰিলে বা উত্থিত হ'ল। সেয়ে হৈছে উৰ্ধগতি। সেই উৰ্ধগতিৰপৰাই হ'ল উদ্ভিদ জাতি, যাৰ মাটিৰপৰা ৰস টানি গছৰ আগলৈকে নিব পৰা শক্তি আছে। তাৰ পিছৰ হেঁচাত, ইচ্ছাশক্তি আৰু হেঁপাহৰ অদম্য কোবত উদ্ভিদ শ্ৰেণীৰ মাজৰ ভালেখিনি এদোপ উন্নত হৈ, এঠাইৰপৰা আনঠাইলৈ লৰচৰ হ'ব পাৰিলে। সেয়ে হ'ল প্ৰাণীসমূহৰ অগ্ৰগতিৰ বল। তাৰ পিছত সেই ঢৌৰ উপৰি ঢৌ আহিব ধৰিলে, প্ৰাণী জগতৰ তল খাপৰপৰা ওপৰ খাপলৈকে শ্ৰেণীমতে জাতে জাতে যাৰ পক্ষে যি লাগতিয়াল তেনেধৰণৰ ইন্দ্ৰিয়, বুদ্ধি, ইচ্ছা আৰু অহংকাৰাদি লৈ ভূত-ৰাজ্যৰ সাজপাৰ পিন্ধি মৰ্ত্যজগতত মূৰ্তিৱন্ত হৈ ওলাবলৈ ধৰিলে। সৰাতকৈ শেহত প্ৰাণীজগতৰ সকলোতকৈ ওপৰ, সকলো গুণৰ আকৰ, অতি চোকা বুদ্ধিৰ, প্ৰবল ইচ্ছাশক্তি জ্ঞান, বিবেক আৰু ভাৱ-চিন্তাদি লৈ মানুহজাতিৰ আবিৰ্ভাৱ হ'ল। এই জাতিৰ উগ্ৰ ইচ্ছাশক্তি আৰু ভাৱৰ উগুল-থুগুলত যিবিলাক অৰ্থ লগা মাত (ভিতৰৰ ভাৱ বাহিৰত প্ৰকাশ কৰিবলৈ) মুখেদি ওলাল, সেয়ে হ'ল শব্দ। অৰ্থ থকা শব্দবিলাক উচ্চাৰণ কৰি, মনৰ ভাৱ প্ৰকাশ কৰাই হ'ল ভাষা। ওপৰত বৰ্ণাই কৈ অহাৰদৰে এই ভাষাৰপৰাই হ'ল সাহিত্য।

* * *

সাহিত্যই, সমাজ কিম্বা জাতিৰ ধৰম-কৰম, চলন-ফুৰণ, জ্ঞান-বুদ্ধি, শিল্প-বিদ্যা, যুঁজ-বাগৰ, বেহা-বাণিজ্য, সভ্যতা-ভব্যতা, উন্নতি-অৱনতি এই সকলোবিলাকৰে চিন্-চাব্ পুথি-পাঁজিৰ বুকুত দাপোণৰদৰে কলিয়া আখৰেৰে সামৰি ধৰি কটকটীয়াকৈ জিলিকাই থয়।

* * *

যি জাতিৰ মানুহে উপজিৱৰেপৰা যি ভাষাৰে মাক-বাপেক, ভাই-ককাই, বাই-ভনী, বংশ-পৰিয়াল আদিৰ লগত কথা পাতে, যি ভাষাৰে হাঁহে-মাতে, যি ভাষাৰে দুখ-বেজাৰ কৰে, যি ভাষাৰে হাই-খৰিয়াল কৰে, যি ভাষাৰে



মনৰ ভাৱ প্ৰকাশ কৰে, যি ভাষাৰে সাধুকথা কয় আৰু যি ভাষাৰে আশা-ভাৰসাৰ কথা কয়—সেই জাতিৰ সেয়ে হৈছে মাতৃভাষা।

* * *

অসমত হিন্দু-মুছলমানৰ মাতৃভাষা হৈছে 'অসমীয়া'। ভাৰতবৰ্ষত আন আন ঠাইৰদৰে, যদিও ক্ষুদ্ৰ ক্ষুদ্ৰ ফৈদৰ বেলেগ বেলেগ জাতৰ ভলেমান মানুহ বৰ্তমান অসমত দেখিবলৈ পোৱা যায়, তথাপি ঘাইকৈ লেখত ল'বলগীয়া হিন্দু আৰু মুছলমান এই দুজাতৰ মানুহহে। গতিকে অসমীয়া ভাষাৰ সাহিত্যৰূপী হাঁফলুটি গঢ়ি তুলিবলৈ এই দুই জাতিৰ সাহিত্যিকৰ নিতান্ত দৰ্কাৰ। নানান ফুলৰ মৌ আনি মৌ-মাখিবোৰে যেনেকৈ মৌচাক সাজে, ঠিক তেনেদৰেই হিন্দু মুছলমান দুয়োজাতৰ ৰসজ্ঞ সাহিত্যিকসকলেও যেন সংস্কৃত, বঙলা, আৰবী, ফাৰ্চী, উৰ্দু আৰু ইংৰাজী ভাষাৰ নানান কিতাপৰপৰা নানান ৰস আহৰণ কৰি আমাৰ অসমীয়া সাহিত্যৰূপী ৰহঘৰাটি সাজি, ৰহেৰে পূৰ কৰিবলৈ অহোপুৰুষাৰ্থ কৰে।

* * *

হিন্দু-মুছলমান দুয়ো মিলি-জুলি জ্ঞানৰ পাছে পাছে খেদিব লাগিব। জ্ঞান অনন্ত। জ্ঞানৰদৰে পৱিত্ৰ আৰু একো নাই। জ্ঞান বিবৰ্জিত ধৰ্ম, ধৰ্মই নহয়। সেই বাবেহে কয়,—"নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহৱিদ্যতে।" হেন জানি আহক, আমি দুয়ো মিলি সকলো বিবোধ নেওচা দি এৰি, মনে-মুখে এক কৰি সাহিত্যৰ ভিতৰেদি ধৰ্ম, অৰ্থ, কাম, মোক্ষ লভিবলৈ কাছি-পাৰি লাগি যাওহঁক আৰু সেই সৰ্বশক্তিমান বিশ্বনিয়ন্তাক ভক্তিভাৱে অতি কাকূতিৰে খাটোঁ। যেন তেৰাই কৰুণা কৰি আমাৰ উন্নতি কৰক, আমাৰ 'সাহিত্য'ৰ শ্ৰীবৃদ্ধি কৰক—বিশ্ব সাহিত্যৰ উপযোগী কৰক।



ত্ৰয়োদশ অধিৱেশন

স্বৰ্গীয় নগেন্দ্ৰনাৰায়ণ চৌধুৰী

[১৮৮১-১৯৪৭]

সভাপতি

১৯৩১ ঃ শিৱসাগৰ

প্ৰতিভাই কোনো মানুহৰ উপদেশৰ অপেক্ষা নকৰে ; কিন্তু কোনো কোনো ক্ষেত্ৰত ই সহায়সাপেক্ষ। কিমান সুগন্ধি ফুল মানুহৰ চকুৰ আঁতৰত, বননিত ফুলি অনাঘ্ৰাত অৱস্থাতে শুকাই যায়, কোনেও তাৰ গমকে নাপায়। সহায়-সম্পদ পালে সেইবোৰো সুৰম্য সাহিত্য-ফুলনিত ফুলি সৌৰভেৰে দশোদিশ আমোদিত কৰিব আৰু ইন্দ্ৰাণীৰ কৰ্ণাভৰণৰূপে বিৰাজ কৰি সত্যভামাৰ ঈৰ্ষাৰ কাৰণ হ'ব পাৰিলেহেঁতেন ; কিন্তু সৰহভাগ ঠাইতে তেনে হ'বৰ সুযোগ নহয়।

* * *

ব্যক্তি বা জাতিৰ ৰসবোধশক্তি, তাৰ শিক্ষা আৰু কালধৰ্মৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। বাৰিষাৰ মল্লাৰ ৰাগ, চ'তৰ খৰ-খৰাঙত গালে পৰিশ্ৰম



তেনেই ব্যৰ্থ হোৱা সম্ভৱ ; কিন্তু যি চিৰন্তন আৰু যি সত্য তাৰ আদৰ নোহোৱাকৈ নাথাকে।

* * *

মূঠ কথা ভাৱসমুদ্ৰ মন্থনৰপৰা ওলোৱা অমৃত, হলাহল আদি সকলোখিনি সাহিত্য পদবাচ্য। কেতিয়াবা ই বজ্ৰনিৰ্ঘোষৰদৰে ভয়ংকৰ, কেতিয়াবা মংগল শংখ নিনাদৰ নিচিনা স্নিগ্ধকৰ, আকৌ কেতিয়াবা বাঁহীৰ সুৱদি সুৰৰ দৰে মন-প্ৰাণ উন্মাদকৰ।

* * *

সকলোৱে যেন মনত ৰাখে আমাৰ অভাৱ অনন্ত। ইমানদিনে আন প্ৰদেশৰ তুলনাত যিমানখিনি পিছপৰা গৈছে, সিমানখিনি আগবাঢ়িব লাগিলে এটা বিশেষ চেষ্টা লাগে। দেশ-বিদেশৰ উন্নত শিক্ষিত সমাজে নিজ বৈশিষ্ট্য-পূৰ্ণ নতুন গ্ৰন্থৰাজি ৰচনা কৰিছেই, তাৰবাবে আন দেশৰ সাহিত্য এনেকি সংস্কৃত, পালি আদিৰ প্ৰাচীন গ্ৰন্থবিলাকো আলোচনা কৰি যি অমৃত উদ্ধাৰ কৰিব পাৰিছে, তাক নিজ ভাষালৈ অনুবাদ কৰি জাতীয় সাহিত্যৰ ভঁড়াল পূৰ্ণ কৰিছে। আজি প্ৰাচ্যৰ কিবা বিষয় আলোচনা কৰিব লাগিলে ইংৰাজী বা জাৰ্মান সাহিত্যৰ মুখলৈ চাব লাগে। আমাৰো সাহিত্যিকসকলৰ প্ৰধান কৰ্তব্য হোৱা উচিত। এফালে যেনেকৈ নতুন ভাৱধাৰা প্ৰচাৰ কৰি মৌলিকত্ব দেখুওৱা, আনফালে তেনেকৈ জগতৰ সাহিত্য-সিন্ধু মন্থন কৰি অমৃত, গৰল, উচ্চৈশ্ৰৱা, ঐৰাৱত প্ৰভৃতি যিহকে পোৱা যায় তাকে লৈ নিজ সাহিত্যৰ কলেৱৰ বৃদ্ধি কৰা। আকৌ সেইবোৰকে লৈ জাতীয় ভাৱত গঢ়ি সমাজৰ উপযোগী কৰি প্ৰচাৰ কৰাও দৰকাৰ। ৰসগ্ৰাহীসকলে নীৰৰপৰা ক্ষীৰ উলিয়াই নতুন নতুন ভাৱ দেশৰ আগত দাঙি ধৰক।

* * *

আমাৰ দেশত যিমান দিনলৈকে পাঠক সমাজ গঢ়ি নুঠে, সিমান দিনলৈকে আমাৰ জাতীয় সাহিত্যৰ উন্নতি বা মংগলৰ নিমিত্তে শিক্ষিত সমাজে অলপ স্বাৰ্থত্যাগ কৰি কাকত বা কিতাপবিলাকক উৎসাহ দি জীয়াই ৰাখিবৰ চেষ্টা কৰা উচিত। নহ'লে কিতাপ লেখক নাইবা আলোচনী আৰু কাকতৰ পৰিচালকসকলৰ ব্যক্তিগত স্বাৰ্থত্যাগৰপৰা সাহিত্যৰ উন্নতিৰ আশা সুদূৰ পৰাহত।

শব্দৰ জগত তাৰ বানানৰ ফালে চকু দিয়াও সাহিত্যিকৰ এটা কৰ্তব্য।

অকল আনৰ অনুকৰণ কৰি বানানৰ বিপ্লৱ আনিলে তাৰ পৰিণাম ধ্বংসও হ'ব পাৰে।

* * *

এতিয়া এই ঘোৰতৰ প্ৰতিযোগিতাৰ দিনত অকল কামহে লাগে। মানুহৰ ভাৱ যেনে অনন্ত, সাহিত্যৰ শাখাও তেনে অনন্ত। যি সমাজে তাৰ যিখিনি আয়ত্ত কৰি ল'ব পাৰিছে তাৰ সাহিত্য সিমানে পূৰ্ণতাৰ ফালে আগবাঢ়িছে। জাতিৰ গতি ইচ্ছাতে হ'ক নাইবা অনিচ্ছাতে হ'ক আগবাঢ়িবই লাগিব। গতিকে আমিও আগবাঢ়িবই লাগিব। আৰু মনত ৰাখিব লাগিব এই আগবঢ়াৰ ভিতৰতো যিজনে বা সমাজে প্ৰতিযোগিতাত জয়ী হ'ব পাৰিব, জীৱন-যুদ্ধত কেৱল তেওঁৰে জয়ৰ আশা। সাহিত্য জ্ঞানৰ ভঁড়াল আৰু জ্ঞান বা বুদ্ধিয়েই প্ৰধান বল।

—০—



চতুৰ্দশ অধিৱেশন

## স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা

[১৮৮০-১৯৫৫]

সভাপতি

১৯৩৩ : উত্তৰলক্ষীমপুৰ

যেনেকৈ জাৰকালি কুঁৱলীৰ মাজে মাজে সূৰ্যদেৱে ক্ষণিকৰ নিমিত্তেও নিজৰ প্ৰভাৱ বিস্তাৰ কৰে, তেনেকৈয়ে মই দেখি বৰ আনন্দ পাইছোঁ। এনাহ কুঁৱলীৰ ভিতৰৰপৰাও অসমীয়াৰ কৰ্মক্ষমতাৰ আভাস পাওঁ। আভাস কিয়, সশৰীৰে দেখোঁ। কি আনন্দ! এতিয়া দেখিছোঁ যে অসমীয়াই এঙামুৰি দিছে।

* * *

পাতত ভাত নাই –, পেটত ভোক, অথচ আমি কওঁ — খা, খা, কি খাবি খা। আমাৰ কিতাপ নাই, অথচ আমি কওঁ কিতাপ পঢ়। বন্ধুসকল, এই 'কিতাপ নাই' এই কথা আধুনিকভাৱেৰে এতিয়াৰ ৰুচি অনুসাৰে কৈছোঁ।

* * *

অসমীয়াইনো নোবেল প্ৰাইজ নাপাব কিয়? আকাংক্ষা থাকিলে এই ওখ পুৰস্কাৰ আমাৰো হ'ব। পঢ়িবৰ কিতাপ থাকিলেই পঢ়োঁতা ৰাইজ ওলাব।

কিতাপে পঢ়োঁতা ৰাইজ সৃষ্টি কৰে। মানুহক কিতাপ লিখিবলৈ উদগনি দিব লাগে। আমাৰ ভাষাৰ এতিয়াৰ অৱস্থাৰ লেখকক উৎসাহ দিব লাগে। সময়ে সময়ে নতুন লেখকৰ লেখাক ভৰিৰে গছকা আলোচনা কৰি নিৰুৎসাহ কৰিব নালাগে। এতিয়া যি লেখা ওলায় ওলাই থাকক। সময়ত যিবোৰ ভাল সেইবোৰ স্থায়ী হ'ব। যিবোৰ বেয়া নিজেই মৰি যাব। এনে কৰিলেহে পঢ়োঁতা ৰাইজ ওলাব।

* * *

যি দেশৰ সাহিত্য জীৱিত আৰু সাহিত্য ডাঙৰ, সেই দেশ কেতিয়াও নমৰে। সাহিত্য দেশৰ প্ৰাণ। আমি নমৰোঁ। বৰঞ্চ আমাৰ উন্নতিহে হ'ব, যদি আমাৰ উন্নতি সঁচাসঁচিকৈয়ে অন্তৰৰপৰা ইচ্ছা কৰোঁ।

* * *

অসমীয়া অসমীয়া, সেই অসমীয়াই ডামাস্কাচতেই ভাল কাম কৰক, বা হনলুলুতেই ভাল কাম কৰক, যি ঠাইতে তেনে অসমীয়া মানুহ থাকে তেওঁ আমাৰ ভাই আৰু তেওঁ আমাৰ ককাই। তেনে অসমীয়াক আমি যদি নিজৰ নকওঁ, কাক কম? আমাৰ মনৰ যদি ঠেক ভাৱ বহল কৰিব পাৰোঁ, তেনেহলে আমাৰ সাহিত্যও বহল হ'ব, ডাঙৰ হ'ব। সকলো বস্তুৰেই মানুহৰ মনৰপৰা উৎপত্তি। মন বাপেক-মাক — যেনে বাপেক-মাক তেনে কাম।

* * *

ইংৰাজী, ইউৰোপীয়, এনেকি বঙলা সাহিত্যলৈ উন্নতি হৈছে প্ৰকাশকৰ দল থকা নিমিত্তে। ইয়াত প্ৰকাশক ব্যৱসায়ৰ মানুহ অতি তাকৰ। যিসকল আছে সেই সকলো অৰ্থৱান নহয় হ'বলা। যদি তেওঁলোক অৰ্থৱান হ'লহেঁতেন মোৰ মনেৰে বহুত কিতাপ ছপাই অসমীয়া ৰাইজক দিব পাৰিলেহেঁতেন। ইউৰোপীয় সাহিত্যৰসৈতে চিনাকি থকাসকলক প্ৰকাশকৰ মাহাত্মৰ কথা নক'লেও হ'ব। কোনে নাই দেখা সেই চিত্ৰ, যি চিত্ৰত গ'ল্ডস্মিথ, জনছন আৰু গ'ল্ডস্মিথৰ গৃহকৰ্ত্ৰী ইত্যাদিক একেলগে ৰাখি চিত্ৰকৰে অমৰ কৰি থৈছে। সেই একেখনি চিত্ৰই ক'ব প্ৰকাশকৰ "মাহাত্ম্য"ৰ কথা। আমাৰ প্ৰকাশকসকলেই বা কিমান কিতাপ ছপাইছে আৰু লেখকসকলেইবা নিজৰ মোনাৰ ধন ভাঙি কিমান ছপাইছে এই কথাফেৰি যদি কোনো উদ্যোগী পুৰুষে ৰাইজক কয় তেওঁ এজন দেশৰ উপকাৰীলোক হয়।

* * *

এইখিনিতে কওঁযে বিশ্ববিদ্যালয় হ'লে মোৰ, আপোনালোকৰ ভাষাৰ যি অলপ



বিশৃংখলতা আছে সি দূৰ হ'ব। আখৰ-জোঁটনি আৰু উচ্চাৰণ আদিৰ ব্যতিক্ৰমত বেমেজালি যি আছে সেইবোৰ আঁতৰ হ'ব। আমাৰ ভাষা আমাৰ নিজৰ। সেই ভাষাক মাতৃৰদৰে মৰম ভক্তি কৰিম; কিন্তু সেইবুলি যেন আন ভাষাকো শিকিবলৈ আগ্ৰহ ৰাখি, শিকি, পৃথিবীৰ আন আন মানুহৰ সমকক্ষ হ'ব পাৰোঁ।

* * *

( তিনিটা ) শ, ষ, স, চ, ছ এইকেইটা শব্দৰ ব্যৱহাৰ সংস্কৃতৰ দৰেই ব্যৱহাৰ কৰা মোৰ মনেৰে ভাল। আৰু আমি যে প্ৰথম চ, দ্বিতীয় ছ, আৰু মূৰ্ধণ্য ট, দন্ত্য ত কওঁ, সেইটো বেয়া। সেইদৰে নকৈ উচ্চাৰণৰদ্বাৰাই দেখুৱাব লাগে যে আমি সেইবোৰ সেইদৰেই উচ্চাৰণ কৰিছোঁ।



সভাপতি
১৯৩৪ ঃ মংগলদৈ

পঞ্চদশ অধিৱেশন

## স্বৰ্গীয় আনন্দচন্দ্ৰ আগৰৱালা

[১৮৪৭-১৯৪৯]

'অসম' শব্দটো সংস্কৃত ভাষাৰ 'অসম'ঃ শব্দৰ অপভ্ৰংশ। বিশেষ্যত তাৰ অৰ্থ বুদ্ধ, আৰ্য, গুণাকৰ, জিতাৰি, মহাবল, জ্ঞানী আৰু সম্ভ্ৰান্ত ডাঙৰ বংশৰ লোক বুজায়। বিশেষণত "অসম" বুলিলে অতুল্য আৰু বিষম বুজায়। "অসম" শব্দ ব্যৱহাৰ কৰাৰপৰা আমাৰ দেশৰ বিষয়ে তিনিটা কথা মনত খেলায়। যেনে ঃ— (১) প্ৰাকৃতিক সৌন্দৰ্য আৰু মাহাত্মাত এই দেশৰ সম বা সমান আৰু কোনো দেশ নাই। (২) ইয়াৰ ভূ ভাগ সকলো ঠাইতে সম বা সমতল নহয়। (৩) অতীত গৌৰৱত ইয়াৰ সমতুল্য দেশ বিৰল আছিল। ই আদিস্বৰ্গ, সুৰালয় আৰু পুণ্যভূমি। এসময়ত ই এখন প্ৰতাপী সাম্ৰাজ্য আছিল।

*　　　*　　　*

অসমক সকলো প্ৰকাৰে অসমীয়া বা অতুলনীয়া কৰি ৰাখিবলৈ চেষ্টা কৰা প্ৰত্যেক অসমীয়াৰ কৰ্তব্য। সকলো অসমীয়াই মুঠ বান্ধি একতা সূত্ৰত আবদ্ধ হৈ সমৱেত চেষ্টা কৰিলেহে আমাৰ উন্নতি হ'ব। জাতীয় উন্নতিৰ নিমিত্তে লাগে ঐক্য, গভীৰ, স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰেম। লাগে



অদম্য উদ্যম, একাগ্ৰতা, সেৱাপৰায়ণতা আৰু স্বাৰ্থত্যাগ। লাগে জাতিৰ বিশিষ্টতাৰ সন্ধান আৰু সেই বিশিষ্টতাক ফুলাই তুলিবলৈ একান্ত চেষ্টা।

*　　　*　　　*

অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ ওপৰত আমাৰ জাতীয় উন্নতি ঘাইকৈ নিৰ্ভৰ কৰিছে। আমাৰ ভাষা, সাহিত্য, ইতিহাস, নৃ-তত্ত্ব, জ্যোতিষ তত্ত্ব, উদ্ভিদ-তত্ত্ব, পশু-পক্ষীৰ তত্ত্ব প্ৰভৃতি বিষয় সকলো অসমীয়াৰ বিশেষকৈ আগলৈ উঠি অহা শিক্ষিত ডেকাসকলৰ আলোচনাৰ বিষয় হ'ব লাগে। বিশ্ব-ব্ৰহ্মাণ্ডক বুজিবলৈ হ'লে এখন নিৰ্দিষ্ট সীমাবদ্ধ ঠাইত প্ৰথমে হাত দিব লাগিব। দূৰণিক ওচৰ কৰিবৰ উপায় হৈছে ওচৰৰপৰা ক্ৰমে ক্ৰমে দূৰলৈ যোৱা। নিজৰ ভিতৰত এটা স্বাতন্ত্ৰ্যৰ অনুভূতি নহ'লে শক্তিৰ যথাৰ্থ বিকাশ হ'ব নোৱাৰে। এই শক্তি কোনো এফালে বিকশিত হ'বলৈ আৰম্ভ কৰিলেই সি সকলো পিনেই ক্ৰমে বিকশিত হ'ব। পৰ্বতৰ ক্ষুদ্ৰ উহ্, বা নিজৰাৰপৰাহে বৰ নৈৰ উৎপত্তি হয়। বিশ্বৰ কথা বা ভাৰতৰ কথা ভৱাৰ আগেয়ে আমাৰ নিজৰ মাতৃ-ভূমিৰ কথা ভাৱিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰ নৈৰ নিচিনা বেগৱতী কৰিব পাৰিলে নিজৰাই নিজেই গৈ সাগৰৰ লগত মিলিব পাৰিব। আমাৰ সকলো শক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত, অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিত লগাব লাগিব। শক্তিৰ কাম সৃষ্টি কৰা, বিনাশ কৰা নহয়। যাৰ শক্তি আছে তেওঁলৈ কামো আছে। যাৰ প্ৰীতি আছে, তেওঁলৈ সেৱাৰ পাত্ৰও আছে। সৰুটি হৈ অৰ্থাৎ বিনয়ী, সংযমী আৰু সৰলচিতীয়া হৈহে সংসাৰত সৰকিব পাৰি। ভেম আৰু অহংকাৰেৰে, ভয়, এলাহ, হিংসা আৰু পৰশ্ৰীকাতৰতাৰে উদ্গতি কৰিব নোৱাৰি। সেৱক হৈহে নায়ক হ'ব পাৰি। শক্তিৰ চৰ্চা মানে আত্মবিশ্বাস, আত্মসন্মান, স্বাৱলম্বন বা স্বাধীনতা। স্বাধীনতাই আনন্দ।

*　　　*　　　*

ব্যাকৰণ শাস্ত্ৰৰ মতে যি অৰ্থ থকা মাতেৰে এজন মানুহে আন এজন মানুহৰ আগত নিজৰ মনৰ ভাৱ প্ৰকাশ কৰিব পাৰে, বা পৰস্পৰে পৰস্পৰৰ মনোভাৱ প্ৰকাশ কৰিব পাৰে, তাকে ভাষা বোলে। আদিতে মানুহে ঠাঁৰে চিঞৰে বা চিত্ৰ আঁকি নিজৰ মনৰ ভাৱ আনক বুজাইছিল; তাৰ পাছত শব্দেৰে বুজাইছিল।

*　　　*　　　*

আমাৰ ভাষাতো বিদগ্ধ পণ্ডিতৰ কঠিন সংস্কৃতীয়া বাক্যালংকাৰ নাই, দীঘল-

ডাঙৰ দুৰ্বোধ্য শব্দাৱলীৰ আড়ম্বৰ নাই। আমাৰ ভাষা এনে কোমল, এনে মধুৰ, এনে শুৱলা আৰু স্বাভাৱিক যে স'চাকৈয়ে তাক ঋষি কন্যাৰ নিচিনা, প্ৰকৃতি-সুন্দৰী অসম মাতৃৰ মধুৰ বাণী বুলিব পাৰি! খহটা কঠিন শব্দও মাতৃৰ মুখত পৰি নিমজ হৈছে।

* * *

আমাৰ দেশৰ পৰ্বতীয়া জিলাবিলাকত আমাৰ বৰ্ণমালা নচলাই ৰোমান (Roman) আখৰেদি বিদ্যা শিক্ষা দিয়া হৈছে। ৰোমান আখৰ আমাৰ দেশৰ উৎপন্ন বস্তু নহয়। ইয়াৰ প্ৰচলন অস্বাভাৱিক বুলি বোধ হয়। ইয়াৰ দ্বাৰা ভৱিষ্যত অসমীয়া জাতি (Assamese Nation) গঠন কৰাত বাধা জন্মিব বুলি আশংকা কৰোঁ।

* * *

অসমীয়া ল'ৰা-ছোৱালীয়ে উচ্চশিক্ষা পাবৰ নিমিত্তে তিনিটা ভাষা শিকিব লাগে। নিজৰ ঘৰ, সমাজ আৰু প্ৰদেশৰ বাবে মাতৃভাষা লাগে; ৰাজকাৰ্য চলাবলৈ আৰু অন্যান্য দেশৰ শিক্ষিত লোকৰ লগত আলাপ কৰিবলৈ আৰু উচ্চ জ্ঞান লভিবলৈ ইংৰাজী শিকিব লাগে, আকৌ, হিন্দুৰ ধৰ্মশাস্ত্ৰাদি জানিবলৈ হিন্দু সন্তানে সংস্কৃত, মুছলমানৰ ধৰ্মশাস্ত্ৰাদি জানিবলৈ মোছলেম্ সন্তানে আৰবী বা ফাৰ্চী শিকিব লাগে।

* * *

ভাষা শিক্ষাই প্ৰকৃত জ্ঞান শিক্ষা নহয়; জ্ঞান শিক্ষাৰ উপায় মাথোন। ভাষা শিক্ষা জ্ঞান-ভাণ্ডাৰৰ দুৱাৰস্বৰূপ। যি ৰূপ জ্ঞান আৰ্জিলে বুদ্ধিৰ বিকাশ হয়, ভ্ৰম আৰু কু-সংস্কাৰ দূৰ হয় আৰু জগতৰ প্ৰকৃত নিয়ম-প্ৰণালী জানি কৰ্তব্যাকৰ্তব্য নিৰূপণ কৰি নিজৰ আৰু জন সমাজৰ সৰ্বপ্ৰকাৰ হিত সাধন কৰিব পৰা যায় তেনেকুৱা জ্ঞানৰ শিক্ষা লাগে। তেনেকুৱা জ্ঞান ৰত্নেৰে আমি আমাৰ সাহিত্য-ভাণ্ডাৰ পূৰ্ণ কৰিব লাগিব।

* * *

অসম উপত্যকাৰ ৬খন জিলাত আমি যদি অন্ততঃ ৬০খন সাহিত্য সভা পাতিব পাৰোঁ; তেনেহলেও অসম সাহিত্য সভাই সেই সভাবিলাকৰপৰা বৰঙনিস্বৰূপে বছৰি ৬০০্ টকা পাব পাৰে। আমাৰ শিক্ষিত ডেকাসকলে স্কুল-কলেজৰ বন্ধত যেতিয়া নিজৰ নিজৰ গাঁৱলৈ যায়, তেতিয়া তেওঁলোকে সাহিত্য সভা আৰু পুথি ভঁৰাল স্থাপন কৰিব পাৰে। যেতিয়ালৈকে আমি এটা পাঠক সমাজ ( Reading Public ) গঠন কৰিব নোৱাৰোঁ, তেতিয়ালৈকে



আমাৰ পক্ষে সভা-সমিতি স্থাপন কৰি সাহিত্যৰ আলোচনা কৰি থকা আৱশ্যক। অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰত কথা-সাহিত্যই বৰ সহায়তা কৰে। সাধাৰণতঃ সাধু কথা, উপন্যাস, পৌৰাণিক উপাখ্যান আদি পঢ়িবলৈ মানুহৰ আগ্ৰহ বেছি। সাধাৰণৰ মন আকৰ্ষণ কৰিব পৰাকৈ উপাখ্যান আদি লিখিব পৰা সুচতুৰ সুদক্ষ লেখক আমাৰ মাজত বিৰল। আমাৰ ভাষাত Popular Literature তৈয়াৰ কৰিবলৈ আমাৰ দেশৰ সুধীসকলৰ মনোযোগ আকৰ্ষণ কৰিব খোজোঁ। অসমীয়া পুথি প্ৰকাশ কৰা ভাল কোম্পানী বা পুথিৰ দোকান আমাৰ দেশত অতিশয় কম। প্ৰকাশনৰ অভাৱত আৰু বাতৰি কাকতত জাননী নিদিয়াত অনেক সময়ত ভাল কিতাপো ভেঁকুৰা পৰি থাকে। বঙলা ৰামায়ণ, মহাভাৰত, ভাগৱত, পঞ্জিকা আৰু উপন্যাস হাজাৰে হাজাৰে আমাৰ দেশত বিক্ৰী হব। সম্পূৰ্ণ অসমীয়া ৰামায়ণ, মহাভাৰত আৰু ভাগৱত সচিত্ৰ কৰি, কঠিন শব্দৰ অৰ্থ দি ধুনীয়াকৈ প্ৰকাশ কৰিব পাৰিলে নিশ্চয় বিক্ৰী হ'ব। অসম সাহিত্য সভাই এই কামটো হাতত ল'ব পাৰে। বিশুদ্ধ অসমীয়া পঞ্জিকা উলিয়াবৰ কাৰণেও সাহিত্য সভাই পুৰস্কাৰ ঘোষণা কৰিব পাৰে।

* * *

এই সাহিত্য সন্মিলনীৰ লগত ধন-বিজ্ঞানৰো এখন শাখা সন্মিলনী পতা ভাল দেখোঁ। তাত গৱৰ্ণমেণ্টৰ কৃষি, শিল্প, সমবায় সমিতি, স্বাস্থ্য আদি বিভাগৰ কৰ্মচাৰীসকলেও যোগ দিব পাৰে; অৰ্থনৈতিক সমস্যাৰ আলোচনা কৰিব পাৰে। সোণৰ অসমক দৰিদ্ৰতাই ঢাকি ধৰিছে। দিনক দিনে অসমৰ দৰিদ্ৰতা বাঢ়ি গৈছে। জীৱন-যুদ্ধত অসমীয়া পাছ পৰি গৈছে। আমাৰ দেশৰ আৰ্থিক দুৰৱস্থা দূৰ কৰিবৰ নিমিত্তে লুপ্তপ্ৰায় কুটীৰ শিল্পবিলাক উদ্ধাৰ কৰিব লাগিব। আমি স্বদেশী হ'ব লাগিব। যাৰ স্বদেশলৈ মৰম আছে, তেওঁ নিশ্চয় স্বদেশত উৎপন্ন বস্তু মাতৃৰ দান বুলি আগ্ৰহেৰে ল'ব। আমাৰ সামাজিক শ্ৰাদ্ধ, বিয়া, পূজা, উৎসৱ আদিৰ খৰচো কমাব লাগিব। গাওঁ সংগঠনলৈ মন দিব লাগিব।

—o—



সভাপতি

১৯৩৬ : তেজপুৰ

ষষ্ঠদশ অধিৱেশন

## স্বৰ্গীয় ৰঘুনাথ চৌধাৰী

[১৮৭৯-১৯৬৭]

সাহিত্যৰ প্ৰাণস্বৰূপ যাই উপাদান ৰস আৰু ৰূপ। ৰসসিক্ত কল্পনা শক্তিয়ে অনুভূতিৰ সহায়ত সুন্দৰৰ সাধনা কৰে, সৃষ্টি কৰে। প্ৰকৃত ৰস কামনাহীন। যি ভাৱ বা কল্পনাই চিত্তত চাঞ্চল্য ঘটায় সেই ভাৱ বা কল্পনাৰ লগত ৰসৰ কোনো সম্বন্ধ নাই। অহৈতুকী প্ৰেমৰ সাধনাই চিৰ সুন্দৰৰ ধ্যান। মুক্তি সাধকে দেৱবাঞ্ছিত অৰূপ ৰূপৰ স্বৰূপ ধ্যানত ধ্যানমগ্ন হৈ সাহিত্য সৃজন কৰে। ৰসাপ্লুত সাধকে দৃশ্যমান বস্তুৰ মাজত প্ৰকৃতিৰ সুষমা দেখিবলৈ পায়, অন্তৰত ভাৱ-ভাৱনাৰ সামঞ্জস্য লক্ষ্য কৰে আৰু সেই সেই দিব্য-দৰ্শনৰ ৰূপ প্ৰকাশ কৰে। অৰূপ-ৰূপৰ সুঠাম অগু দিয়ে, ভাষাৰ সাহায্যত। মকৰাই যেনেকৈ জাল বয় মুখৰ লালটি দি, তেনেকৈ কৃষ্টিৰ পূজাৰীসকলে ৰসপ্ৰধান কল্পনা শক্তিৰ বলত, সহজ ভংগীত, বাক্যৰ সহযোগত সুচাৰু কলা প্ৰতিভাৰ প্ৰাণ প্ৰতিষ্ঠা কৰে।

* * *

কল্পনা, সত্য অনুভূতি আৰু সহজ অন্তদৃ‌ৰ্ষ্টি থাকিলে প্ৰকৃত সাহিত্য সৃষ্টি হয়। ব্যৰ্থ প্ৰেমৰ কাহিনী বিয়োগান্ত সাহিত্য নহয়। পৰিপূৰ্ণ সংযম আৰু গাম্ভীৰ্যৰ



ভিতৰেদিহে দুখৰ অভিব্যক্তি, বিয়োগৰ আত্মপ্ৰকাশ। ব্যৰ্থ যত কৰুণ আৰু গভীৰ কলা প্ৰতিভাৰ সৌন্দৰ্য, ব্যথাৰ পূজাই সেইখিনিতে সাৰ্থকতা লাভ কৰে।

* * *

সাহিত্যৰ সৌন্দৰ্যই কবিতা, কল্পনাৰ স্বাভাৱিকতাই কবিতা; জীৱন প্ৰবাহত অসংযতভাৱে উঠা ভাৱ-তৰংগৰ কৰুণ উচ্ছ্বাসেই কবিতা। মানুহে যেতিয়া গভীৰ নিৰাশাত ডুব গৈ সংসাৰৰ অসাৰতা অনুভৱ কৰে, মৰ্মভেদী বেদনাৰ কৰুণ সুৰত মানুহৰ হৃদয় উদ্বেলিত হয়, দুৰ্জয় আকাংক্ষাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ আঁত হেৰুৱায়; আশা মৰীচীকাত পৰি বাসনাৰ তীব্ৰ পিয়াহত কণ্ঠাগত হৈ প্ৰাণে যেতিয়া সান্ত্বনাৰ শীতল ছায়া চিদানন্দ ৰূপ 'ওৱেছিছ' বিচাৰিবলৈ প্ৰয়াস পায়; তেতিয়াহে ভাৱৰাজ্যত কবিতাৰ সৃষ্টি হয়। অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কবিতা।

* * *

দৈহিক সম্ভোগৰ ক্ষুধা আৰু চিত্তবিনোদক অশ্লীল চিত্ৰৰ বৰ্ণনাই সাহিত্য সৃষ্টি নহয়, সি সাহিত্যৰ আবৰ্জনা মাথোন; তাৰপৰা বিষাক্ত বাষ্প উঠি সতেজ মনক সংক্ৰামিক কৰি তোলে। সম্ভোগ-বাসনাপূৰ্ণ পংকিল জীৱন মোহৰ আৱৰ্তত পৰি আপোন বৈশিষ্ট্য হেৰুৱায় আৰু ভৱিষ্যৎ জীৱন ব্যৰ্থ কৰি তোলে। বিশ্ব মানৱৰ আত্মিক যোগসূত্ৰ ছিঙি পেলায়। এনে সাহিত্য আবৰ্জনাৰ ওপৰত গজা কাঠফুলা। এনে সাহিত্যই গণ মানৱক নিয়ন্ত্ৰিত কৰিব নোৱাৰে। সংসাৰৰ ঘাত-প্ৰতিঘাতৰ সমস্যা পূৰণ উপকৰণেই সাহিত্য। এই সম্মিলিত শক্তিৰ পূৰ্ণতা দিব লাগিলে সাহিত্যৰ সৃষ্টিয়েহে মূলীভূত কাৰণ। জাতিৰ সুখ-দুখ, আশা-আকাংক্ষা সহজ সাহিত্যৰ ভিতৰেদি পৰিস্ফুট হয়। প্ৰচাৰমূলক সাহিত্য ৰচনা কৰি জনসাধাৰণৰ মাজত বিলাই দি জাতিক নিয়ন্ত্ৰিত কৰি তোলা হয়।

* * *

জাতিৰ মনোবৃত্তি, অভিৰুচি আৰু কৰ্ম পদ্ধতিৰ সংস্কাৰ, শিক্ষাৰ সংস্কাৰ আমাৰ প্ৰধান লক্ষ্য হোৱা কৰ্তব্য। জাতীয় চিন্তাধাৰাৰ গতি ঘূৰাই, মানসিক আৰু সাহিত্যিক ব্যাধিৰপৰা মুক্ত হ'বলৈ সামাজিক প্ৰগতি বহুমুখী হ'ব লাগিব।

* * *

আধুনিক শিক্ষা পদ্ধতিৰ বিৰুদ্ধে মোৰ প্ৰধান অভিযোগ, শিক্ষাৰ কেন্দ্ৰবিলাকত

আমাক 'মানুহ' কৰি তুলিবলৈ কোনো ব্যৱস্থা নাই; চৰিত্ৰ গঠনত অন্তৰৰ সদবৃত্তিবিলাকৰ স্ফুৰণ নাই; জীৱনৰ সম্পূৰ্ণ বিকাশ নাই। পাঠ্য-পুথিৰ ভিতৰত নীতিমূলক প্ৰবন্ধ থাকিলেও চৰিত্ৰ গঠনৰ উদ্দেশ্য লৈ শিক্ষা দিয়া হয় বুলি ক'ব নোৱাৰোঁ। মানসিক আৰু শাৰীৰিক শিক্ষাৰ উৎকৰ্ষ সাধনৰ কোনো ব্যৱস্থা নাই। আমেৰিকা আৰু জাৰ্মান দেশৰ প্ৰাথমিক শিক্ষা ল'ৰা-ছোৱালীক বাধ্যতামূলক কৰি দিয়া হয়। বিশেষকৈ ধৰ্ম আৰু নৈতিক বলত অভিষিক্ত কৰিহে আত্মনিৰ্ভৰ হ'বলৈ শিক্ষা দিয়াৰ ব্যৱস্থা। বৰ্তমান শিক্ষা প্ৰণালীত নানা প্ৰকাৰ শিক্ষাৰ আয়োজন থাকিলেও পৰম-শিক্ষা আত্মশিক্ষা বা ধৰ্মশিক্ষা অভাৱৰ কাৰণে শিক্ষাৰ মূল উদ্দেশ্যটিয়েই ভ্ৰষ্ট হৈছে। পাশ্চাত্য শিক্ষা বিস্তাৰৰ আদি যুগত শিক্ষাৰ যেনে ব্যৱস্থা আছিল, বৰ্তমানে বহুত উন্নত আদৰ্শমূলক হ'লেও পাণ্ডিত্য আৰু জ্ঞান সাধনাৰ কাৰণে অধ্যৱসায় আৰু অনুৰাগ ছাত্ৰসকলৰ ওচৰত "সাধুকথা" যেন লাগে। সৰহভাগ ছাত্ৰক পল্লৱগ্ৰাহিতাৰ ফালেই ঢাল খোৱা যেন লাগে, প্ৰধান লক্ষ্য কি উপায়ে পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে। ছেক্সপিয়াৰৰ নাটক দুখন, সংস্কৃত নাটক, মনুসংহিতাৰ এটি স্বৰ্গ আৰু অৰ্থনীতি অথবা ৰাজনীতিৰ 'বজাৰী নোট' পঢ়ি সম্পূৰ্ণ জ্ঞান লাভ নহ'লেও সহজে 'বি-এ' পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে। ছাত্ৰৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে, পৰীক্ষাত উত্তীৰ্ণ হোৱা-নোহোৱা লৈ আৰু চাকৰিৰ লোভত উকলি পুঙা হৈ অনাই-বনাই ফুৰাত। জীৱনত যদি কোনোটোৰে সিদ্ধি নহয়, তেতিয়া অৱশেষত হয় নিৰুদ্দেশ নাইবা আত্মহত্যা। ইয়াৰ গূঢ় কাৰণ চাকৰিৰ মোহ আৰু সামাজিক মৰ্যাদা।

* * *

বৰ্তমানে আমাক আদৰ্শ চৰিত্ৰ, সত্যনিষ্ঠ, জ্ঞান তপস্বী শিক্ষক এক শ্ৰেণীৰ আৱশ্যক হৈছে। যি শিক্ষকশ্ৰেণীয়ে তৰুণদলক মানুহ কৰি তুলিব পাৰিব, যি তৰুণদলে সত্যৰ কাৰণে প্ৰাণ দিব পাৰিব, দধীচিৰদৰে আত্মত্যাগ কৰিব পাৰিব, আপোনাৰ চৰিত্ৰৰ মাহাত্ম্যত আৰু প্ৰগাঢ় পাণ্ডিত্যৰ গুণত জগতৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিব। যি জাতিৰ তৰুণৰ দল আদৰ্শনিষ্ঠ, পূত চৰিত্ৰ, নিৰ্ভীক আৰু জ্ঞানৰ পূজাৰী হৈ জাতি গঠনৰ কঠোৰ কৰ্তব্য কান্ধত তুলি ল'বলৈ সমৰ্থ হ'ব সেই জাতিৰ তৰুণদলে বিশ্ব সভাত ওলগৰ শৰাই লাভ কৰিব পাৰিব।

* * *

অৱশ্যে হাতীক হাতেৰে বগৰাই দিব নোৱাৰি। অসমীয়া জাতি বাৰিষাৰ ঢলত জাঁজীত উটি নাযায়। মোগলৰ আক্ৰমণ, মানৰ উপদ্ৰৱ, প্ৰৱল ভূমিকম্প আদি খণ্ড প্ৰলয়ৰপৰা অসমীয়া জাতিয়ে নিজৰ বৈশিষ্ট্য ৰাখি আহিছে, ভৱিষ্যতলৈও থাকিব। যিটো জাতি বাণ, নৰক, ভগদত্ত আদি মহাপৰাক্ৰমী ৰজাসকলৰ দিনৰেপৰা আছে, যিটো ভাষাই দীপিকা ছন্দ, ডাকৰ বচনৰ দিনৰপৰা গৌৰৱ ৰক্ষা কৰি আহিছে, সেই গৌৰৱমণ্ডিত জাতি বা ভাষা পচোৱা বতাহত উৰি নাযায়।



* * *

মই কেৱল ক'ব খোজোঁ যে আমাৰ ভিতৰত এনে আৰু বহুতো প্ৰাচীন বিজ্ঞলোক লুকাই আছে যিসকলৰ প্ৰচেষ্টাৰপৰা আমাৰ এই সংকটৰ দিনত উন্নতিৰ বাট বহুদূৰ সুগম হ'লহেঁতেন। প্ৰায় ভাগ তৰুণৰে অভিজ্ঞতা অৰ্থৰ অভাৱ, তদুপৰি তেওঁলোকৰ জীৱনযাত্ৰাৰ দুৰ্গম বাটত নানা বিঘিনি লাগি আছে, প্ৰাচীনসকলৰ ভিতৰত অনেকৰ তেনে অভাৱ বা অসুবিধা নাই। তেওঁলোকৰ প্ৰত্যেকৰ সুস্থিৰ জীৱনৰ গভীৰ চিন্তাপ্ৰসূত সম্পদ অসমীয়া সাহিত্যই পাবলৈ বাঞ্ছা কৰে। তেওঁলোকৰ ভিতৰত নিজে চৰ্চা কৰিব নোৱৰাসকলে অৰ্থ সহায় কৰিলেও অভাৱগ্ৰস্ত; কিন্তু চৰ্চাশীল-সকলৰপৰা কাম বাহিৰ কৰিব পাৰে।

—o—



সপ্তদশ অধিৱেশন

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

[ ১৮৯৮ ]

সভাপতি

১৯৩৭ ঃ গুৱাহাটী

অসম সাহিত্য সন্মিলন আজি অসমীয়াৰ একমাত্ৰ জাতীয় সন্মিলন বুলিলে বঢ়াই কোৱা নহ'ব। এই সন্মিলনত অসমীয়া হিন্দু, মুছলমান আৰু খ্ৰীষ্টান-সকলৰ বাহিৰেও অসমৰ দাঁতি-কাষৰীয়া জাতিবিলাকক কিদৰে যোগ দিয়াব পাৰি তাৰ ব্যৱস্থা কৰিবৰ সময়ো উপস্থিত হৈছে। এই দাঁতি-কাষৰীয়া জাতিবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰাটো অসম সাহিত্য সভাৰ প্ৰধান কৰ্তব্য হোৱা উচিত। অসমীয়াৰ এই জাতীয় সংকটৰ দিনত অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ অৰ্থে সাহিত্য সভাৰ এখন প্ৰচাৰ সমিতি স্থাপন কৰি শিক্ষাৰ সহায়েৰে অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা বৃদ্ধি কৰাৰ একান্ত আৱশ্যক হৈছে। যিবিলাক বিদেশী মানুহ আন প্ৰদেশৰপৰা অসমলৈ আহিছে তেওঁবিলাকৰ মাজতো অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি আদৰ জন্মোৱা আমাৰ কৰ্তব্য হৈ উঠিছে। এই প্ৰচাৰ কাৰ্য কিদৰে হাতত ল'লে সিদ্ধি



হোৱাৰ আশা তাক অভিজ্ঞসকলে আলোচনা কৰিলে ভাল হয়। অসমীয়াৰ পৰিচালনাত ঠায়ে ঠায়ে সৰু সৰু পঢ়াশালি পতা এটা উৎকৃষ্ট উপায়। বিশেষকৈ এই সন্মিলনৰ বছৰেকীয়া অধিৱেশনবিলাকত যাতে অসমৰ পৰ্বতীয়া জাতিবিলাকৰ প্ৰতিনিধিসকলে যোগ দিব পাৰে সাহিত্য সভাৰ কৰ্তৃপক্ষই তাৰ ব্যৱস্থা কৰিলে অতি শোভন হ'ব। মুঠ কথা এই যে আমাৰ বৰ্তমান অৱস্থালৈ চাই এই সাহিত্য সন্মিলন অনেক পৰিমাণে ভাষা সন্মিলনত পৰিণত হ'লেও একো বেয়া নহ'ব।

*　　*　　*

ভাষা-বিভ্ৰাটৰ দোহাই দি আমাৰ ভাষাৰপৰা কিছুমান বৰ্ণ বাদ দি বৰ্ণবিন্যাস সৰল কৰাৰ এটা প্ৰস্তাৱ মাজে মাজে শুনা যায়; কিন্তু এনে কৰিলে কিছুমান বেমেজালি আঁতৰিলেও তাৰ ঠাইত নতুন বেমেজালি সৃষ্টি হোৱাৰ আশংকা আছে। আন পক্ষে কোনো কোনো যুটীয়া আখৰৰ অনাৱশ্যক অংশ বাদ দিলে একো বেমেজালি নঘটিব বুলি বোধ হয়। "ধৰ্ম্ম" "কৰ্ম্ম" আদি শব্দৰপৰা এটা "ম" বাদ দিলে প্ৰথম শিকাৰুৰ সুবিধা হ'ব। এইবিলাক কথাত লাহে লাহে সংযতভাৱে অগ্ৰসৰ হ'লে সিদ্ধি হোৱাৰ আশা আছে।

*　　*　　*

ব্যক্তিগত প্ৰতিভা আৰু ক্ষমতাৰ বাহিৰেও পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত সাহিত্যৰ বিকাশ অনেক পৰিমাণে নিৰ্ভৰ কৰে। জীৱনৰ অভিজ্ঞতাৰ লগত সাহিত্যৰ অতি ঘনিষ্ঠ সম্বন্ধ। অভিজ্ঞতাৰ গাম্ভীৰ্য আৰু বৈচিত্ৰ্য নহ'লে সজীৱ স্পন্দনপূৰ্ণ সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা। ব্যক্তিগত আৰু সামাজিক সকলো প্ৰকাৰ অভিজ্ঞতাৰ প্ৰকাশ থল হৈছে সাহিত্য। মহাকবি গ্যঠেই তেওঁৰ মৃত্যুৰ অলপ আগেয়ে লিখা এখন ৰচনাত তেওঁৰ সমসাময়িক জাৰ্মান কবিসকলক এই অভিজ্ঞতাৰ গাম্ভীৰ্যৰ বিষয়েই উপদেশ দিছিল। অকল কাব্য-সাহিত্যতে নহয়, সাহিত্যৰ সকলো বিভাগতে অভিজ্ঞতাৰ সঞ্জীৱনী শক্তিৰ আৱশ্যক। আধুনিক ইউৰোপীয় সাহিত্যৰ অভিব্যক্তি আলোচনা কৰোঁতেও জাৰ্মান মনীষী ডিলঠায়ে এই জীৱন অভিজ্ঞতাৰ প্ৰভাৱৰ ওপৰত ভৰ দিছে। বাস্তৱতে মানসিক', আধ্যাত্মিক, সামাজিক, ৰাজনৈতিক, ব্যক্তিগত— এনে কোনো অভিজ্ঞতা নাই যি সাহিত্যৰ অন্তৰংগ হোৱা নাই। সপোনৰ ছ'য়ামময় অভিজ্ঞতাও সাহিত্যৰ আকৰ্ষণ শক্তিৰ বশ হৈছে।

*　　*　　*

সামৰিক অভিজ্ঞতা জাতীয় জীৱনৰ এটা প্ৰধান অংগ আৰু যুদ্ধ-বিগ্ৰহৰ অভিজ্ঞতায়ো সাহিত্যক নানা সঁজুলি যোগাইছে। চিত্ৰকলাৰ আলোচনা হ'বলৈ হ'লে পোনতে চিত্ৰকলাৰ অনুশীলন লাগে আৰু চিত্ৰসংৰক্ষণৰ কাৰণে মিউজিয়াম লাগে। তেহে এইবিলাক বিষয়ত অভিজ্ঞতা জন্মি সাহিত্যক সঁজুলি দিব পাৰে। এইবিলাক বিষয়ত আমাৰ অভিজ্ঞতা কিমান ঠেক তাক আমি সকলোৱে জানো। আন ক্ষেত্ৰতো যে আমাৰ অভিজ্ঞতা বৰ বেছি তেনে কথা ক'ব নোৱাৰি।

* * *

অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও সাহিত্য বাস্তৱতে অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্বাচন-কৌশল, কল্পনা আৰু ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সঁজুলি গঢ়ি-পিটি ল'লেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়। মহাকবি গ্যেঠেই কৈছিল যে সকলো বিষয়তে কবিত্ব আছে, উলিয়াই ল'ব পাৰিলেই হয়। এই কথাটোত যে এটা গভীৰ সত্য লুকাই আছে সেই বিষয়ে সন্দেহ নাই, প্ৰতিভাৰ অসাধ্য একো নাই। তথাপি সাহিত্যৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে সামাজিক আৰু জাতীয় অভিজ্ঞতা, গোটেই জীৱন-অভিজ্ঞতা ব্যাপক, বিস্তীৰ্ণ আৰু বৈচিত্ৰ্যপূৰ্ণ হ'লেহে আহল-বহল সাহিত্যৰ সৃষ্টি আৰু বিকাশ হয়। আমাৰ সাহিত্যৰ উন্নতিও যে অকল লেখকসকলৰ ব্যক্তিগত সাধনাৰ ওপৰতে নিৰ্ভৰ কৰিছে এনে নহয়, আমাৰ সমাজো শিক্ষা-দীক্ষা, শ্ৰম, শিল্প, আৰ্থিক প্ৰগতি—সকলো বিষয়তে আগবাঢ়ি সাহিত্যৰ যোগান ধৰিব পৰা হ'ব লাগিব। সাহিত্য আৰু সমাজ এটা ঘনিষ্ঠ সম্বন্ধত পৰস্পৰ সংশ্লিষ্ট হৈ আছে। সাহিত্যহীন সমাজ পংগু আৰু বৰ্বৰ আৰু সমাজৰ লগত সম্পৰ্ক নথকা সাহিত্য ক্ষীণ আৰু দুৰ্বল।

* * *

উচ্চ আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত জীৱনব্যাপী সাধনা নহ'লে ওখ থাপৰ সাহিত্যৰ সৃষ্টি হোৱা টান। আমাৰ মাজত ব্যক্তিগত সাধনাৰ অভাৱ অকল সাহিত্যতে নহয় জীৱনৰ সকলো ক্ষেত্ৰতে দেখা যায়। সাহিত্যৰ ক্ষেত্ৰত ইয়াৰ ফল অতি শোচনীয় হৈছে। অলপ মন কৰিলেই দেখা যায় যে আমাৰ প্ৰায়-বিলাক লেখকেই তৰুণ অথবা প্ৰায়বিলাক ৰচনা লেখকসকলৰ তৰুণ অৱস্থাত লিখা। তৰুণৰ সাহিত্য সেৱা অতি প্ৰশংসনীয় আৰু প্ৰয়োজনীয়; কিন্তু যি বয়সত মানুহৰ চিন্তা পুৰঠ হয় আৰু অভিজ্ঞতাদি হয় তাৰ আগতে সাহিত্য সেৱাৰ ওৰ পৰিলে সাহিত্য তৰাং আৰু অপৈণত হোৱাটো স্বাভাৱিক।



আনৰ কথা নকওঁ, আমাৰ তৰুণ লেখকসকলে চুটি গল্প লিখাত বেছি সময় নষ্ট নকৰি নানা প্ৰকাৰৰ জ্ঞান আহৰণ কৰি সাহিত্যত যোগালে বেছি লাভ হ'ব। অৱশ্যে চুটি গল্পও আধুনিক সাহিত্যৰ এটা প্ৰধান অংগ; কিন্তু ইয়াৰ কাৰণেও সূক্ষ্ম কলা আৰু বিশ্লেষণ শক্তিৰ আৱশ্যক।

* * *

ৰংঘৰৰ উন্নতিৰ লগত সাহিত্যৰ উন্নতি জড়িত হৈ আছে। আমোদ-প্ৰমোদৰ বিষয়টোত আমাৰ উৎসাহ আৰু নেৰা-নেপেৰা সাধনাৰ অভাৱ হ'লে অতি দুখৰ কথা হ'ব। সকলো দেশতে ৰংঘৰে নাট্য সাহিত্য জীয়াই ৰাখিছে আৰু ছেক্‌ছ্‌পীয়েৰৰপৰা ইবছেনলৈকে প্ৰায়বিলাক ডাঙৰ নাট্যকাৰৰে ৰংঘৰৰ লগত ঘনিষ্ঠ সম্বন্ধ দেখা যায়। মস্কোৰ আৰ্ট থিয়েটাৰ স্থাপিত নোহোৱা হ'লে ৰুছ সাহিত্যই চেখভক নাট্যকাৰৰূপে নাপালেহেঁতেন। অনেক সময়ত অভিনেতাসকলেও নিজে নাটক লিখি সাহিত্যৰ সেৱা কৰিছে। ওঠৰ শতিকাৰ শেহভাগত বিখ্যাত জাৰ্মান অভিনেতা ছ্ৰ'ডাৰ আৰু ইফলাণ্ডে ৰীতিমতে নাটক লিখি জাৰ্মান নাট্য সাহিত্যক সবল কৰাত সহায় কৰিছিল। বঙালী নাট্য সাহিত্য অভিনেতাসকলৰ ৰচনাৰ ওচৰত কম ঋণী নহয়। নাটক লিখিবলৈ ল'লেই যে ছেক্‌ছপীয়েৰ বা ছিলাৰ হ'ব লাগে তাৰ কোনো মানে নাই। আমাৰ দেশত ৰংঘৰ আৰু নাট্যকলাৰ সেৱা যিমানেই বাঢ়ে সিমানেই আমাৰ সাহিত্যৰ লাভ হ'ব সেই বিষয়ে সন্দেহ নাই। "জয়মতী," "শোণিত কুঁৱৰী" আদি নাট ৰেক'ৰ্ডত দিয়াৰপৰাও আমাৰ সাহিত্যৰ লাভ হৈছে আৰু ভাষাৰ মৰ্যাদা বাঢ়িছে। অসমত এটা স্থায়ী ৰংঘৰ থকা হ'লে আমাৰ নাট্য সাহিত্যৰ পুষ্টি সাধন হ'লহেঁতেন। এই বিষয়ে অনেকৰ উৎসাহ থাকিলেও সামাজিক আৰু আৰ্থিক কাৰণত স্থায়ী ৰংঘৰ অসমত চলিব বুলি বোধ নহয়। সামাজিক অভিব্যক্তিৰ লগত সাহিত্য আৰু কলা চৰ্চাৰ কিমান ঘনিষ্ঠ সম্বন্ধ তাকো এনেকুৱাবিলাক কথাৰপৰাই স্পষ্টকৈ বুজা যায়।

* * *

পুৰণি অসমীয়া সাহিত্যৰ-বিষয়ে প্ৰকৃত গৱেষণা একো হোৱা নাই বুলিব লাগে। পুৰণি সাহিত্যৰ প্ৰসিদ্ধ গ্ৰন্থবিলাকৰ বৈজ্ঞানিক প্ৰণালীৰে পৰীক্ষামূলক সংস্কৰণ প্ৰকাশ কৰা হোৱা নাই। মাধৱ কন্দলিৰ ৰামায়ণৰ ছপা কিতাপ আজিকালি পাবলৈ নাই। সংস্কৃত ৰামায়ণৰ পাঠ নিৰ্ণয় আৰু বুৰঞ্জী আলোচনা কৰিবৰ কাৰণে এই প্ৰাচীন অসমীয়া ৰামায়ণৰ সহায়ৰ আৱশ্যক

হ'ব। আমাৰ বিশ্বাস এই প্ৰাচীন গ্ৰন্থখন উলিয়াব পাৰিলে অসমৰ বাহিৰত পুৰণি অসমীয়া সাহিত্যৰ অন্যান্য গ্ৰন্থতকৈ ইয়াৰ সমাদৰ বেছি হ'ব। অসম সাহিত্য সভাই এনেবিলাক কাম হাতত ল'ব পাৰিলে সৌভাগ্যৰ কথা হ'ব।

* * *

আমাৰ পুৰণি ভাষা, সাহিত্য আৰু কৃষ্টি বিষয়ক গৱেষণাৰ সুচলার্থে সকলোৱে এটা সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা অনুভৱ কৰিছে। এই গুৱাহাটী নগৰতে যদি অসমীয়াৰ পৰিচালনাত এটা বিশ্ববিদ্যালয় স্থাপিত হয়, তেন্তে এই উদ্দেশ্য সিদ্ধি হ'ব তাত সংশয় নাই; কিন্তু শ্বিলং পাহাৰৰ ওপৰত এটা চৰ্কাৰী বিশ্ববিদ্যালয় হ'লে অসমীয়া ভাষা আৰু কৃষ্টিৰ প্ৰাধান্য কিমান দূৰ থাকিব সেই বিষয়ে সন্দেহ আছে। বিশ্ববিদ্যালয়ৰ কাৰণে আন্দোলন কৰোঁতে এই কথাটো মনত ৰাখিলে ভাল হয়।

— o —



অষ্টাদশ অধিৱেশন

ময়িদুল ইছলাম বৰা

[১৮৯৯ খৃঃ–১৯৪৪ খৃঃ]

সভাপতি

১৯৪০ : যোৰহাট

আমাৰ মাজত বহুতৰ ধাৰণা যে স্বদেশপ্ৰেম কেৱল ৰাজনৈতিক অনুষ্ঠান আৰু ৰাজনৈতিক নেতাসকলৰ ভিতৰতে আবদ্ধ। যদি কোনোলোকে ব্যক্তিগত সংসাহৰ প্ৰবলতাত প্ৰভাৱিত হৈ সাধাৰণ ৰাজনৈতিক মতৰ বিৰুদ্ধে যায় বা তাত যোগ নিদিয়ে, তেন্তে যদিও তেওঁ আন আন দেশহিতৈষী কামত তেওঁৰ সমুদায় প্ৰচেষ্টা নিয়োগ কৰে, তথাপি সেইজন মানুহক প্ৰাপ্য সন্মান দিবলৈ কোনো কোনোৱে অস্বীকাৰ কৰে; কিন্তু এই মনোভাৱ এটা সম্পূৰ্ণ ভুল ধাৰণা। স্বদেশপ্ৰেম কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা ব্যক্তিৰ একচেটিয়া সম্পত্তি নহয়। ই কোনো সীমাৰ ভিতৰত আবদ্ধ নাথাকে। প্ৰত্যেক ব্যক্তি আৰু প্ৰত্যেক সম্প্ৰদায়ে নিজ নিজ শক্তি অনুসাৰে দেশৰ উন্নতিৰ কাৰণে কাৰ্য কৰিব পাৰে। ইয়াত মতভেদ বা বিভিন্ন কাৰ্য-প্ৰণালী থাকিব পাৰে; কিন্তু কাম্য উদ্দেশ্য সকলোৱে এক।

* * *

পৃথিবীৰ প্ৰত্যেক দেশ আৰু জাতিৰ ৰাজনৈতিক, সমাজনৈতিক আৰু অৰ্থনৈতিক বিপ্লৱ আৰু সংস্কাৰ, সাহিত্যৰ মাজেদিয়েই ফুটি উঠা দেখিবলৈ

পোৱা যায়। এই অনুষ্ঠানবিলাকৰ আন্দোলনৰ বহল প্ৰচাৰ আমাৰ মাতৃ-ভাষা আৰু সাহিত্যৰ জৰিয়তে যিমান বেগেৰে আৰু সুচাৰুৰূপে সমাধা কৰিব পাৰি তাক আন কোনো উপায়েৰে নোৱাৰি। আন আন দেশত যিবিলাক সমস্যা উত্থাপিত হৈছিল, ভাৰতবৰ্ষও আজি সেই সমস্যাৰ সন্মুখীন; কিন্তু ভাৰতীয় সমস্যা আন আন দেশৰ সমস্যাতকৈ কিছু বেলেগ। প্ৰথমতে, আমাৰ এনে কোনো এটা জাতীয় ভাষা নাই, যাৰদ্বাৰা বিভিন্ন প্ৰদেশৰ জনসাধাৰণৰ মাজত ভাৰতীয় সমস্যাৰ সমাধানসমূহৰ কাৰ্য-তালিকা প্ৰচাৰ কৰিব পাৰি। এক প্ৰদেশৰ জনসাধাৰণে আন এক প্ৰদেশৰ ভাষা বুজিব নোৱাৰে। যদিও হিন্দুস্থানী ভাৰতৰ ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰিবলৈ পৰিকল্পনা কৰা হৈছে, ইয়াক জনসাধাৰণৰ মাজত কাৰ্যকৰীৰূপে প্ৰচাৰ কৰিবলৈ বহুত সময় লাগিব। আন দেশত যিটো কথা এটা ভাষাত গোটেই ৰাষ্ট্ৰত ঘোষণা কৰি ৰাইজক বুজাই দিব পাৰে, তাৰ কাৰণে আমি অন্ততঃ এঘাৰটা ভাষা প্ৰয়োগ কৰিব লগা হ'ল। গতিকে বৰ্তমান অৱস্থাত আমাৰ প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ উন্নতিৰ বিধান আৰু জনসাধাৰণৰ মাজত বহুল প্ৰচাৰ কৰাটোৱেই ঘাই কৰ্তব্য হৈ পৰিছে।

* * *

সাহিত্য সভাই আজি প্ৰায় তেইশ বছৰ বয়সত ভৰি দিছেহি। এই কালছোৱাৰ ভিতৰত সাহিত্য সভাই নানা ৰকমৰ বাধা-বিঘিনি অতিক্ৰম কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ আদৰ্শৰ বন্তি ৰাইজৰ আগত অনবৰত দাঙি ধৰিছে আৰু স্বজাতিৰ সুনাম অৰ্জন কৰিছে। সাহিত্য সভাৰ গ্ৰন্থাৱলী প্ৰকাশৰ যি পৰিকল্পনা কৰা হৈছে সি অতি মহৎ। বৰ্তমান গ্ৰন্থাৱলীৰ ভিতৰত চন্দ্ৰকান্ত অভিধান, ইন্দ্ৰকান্ত বুৰঞ্জী আৰু অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ সংকলন বিশেষ উল্লেখযোগ্য। ইয়াৰ বাহিৰেও যিবিলাক কিতাপ প্ৰকাশ হৈছে বা হ'বলগীয়া অৱস্থাত আছে, সেইবিলাকেও আমাৰ ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি সাধিব। যদিও অসমীয়া ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি আৰু ইয়াৰ বহুল প্ৰচাৰ কৰাই এই সভাৰ মুখ্য উদ্দেশ্য, তথাপি সাহিত্যৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা আন আন বিষয়তো এই সভাই হাত নিদিয়াকৈ থকা নাই। দৃষ্টান্তস্বৰূপে আজি কেইবছৰমানৰপৰা সাহিত্য সভাই বুৰঞ্জী, অৰ্থনীতি, দৰ্শন আৰু সংগীত আদি বিষয়ৰ শাখা সভা পাতি এইবিলাক বিষয়ক সাহিত্যৰ এক অংশৰূপে অন্তৰ্ভুক্ত কৰি লৈছে। এইখিনিতে ক'ব খোজোঁ যে সাহিত্য সভাই এটা বিজ্ঞানৰ শাখাও খুলিব পাৰিলে ভাল হয়। আমাৰ দেশত



লাগে সকলো থাপৰ শিক্ষাৰ বাহন মাতৃভাষাৰ জৰিয়তে হোৱাটো। গতিকে, যদি এতিয়াৰেপৰা বিজ্ঞান, দৰ্শন আৰু বুৰঞ্জী আদিৰ চৰ্চা কৰোঁতে মাতৃভাষা ব্যৱহাৰ কৰা যায় আৰু অসমীয়া ভাষাত এই বিষয়ৰ পাঠ্যপুথি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে সময়ত ই এটি আমাৰ বহুমূলীয়া জাতীয় সম্পত্তি হৈ উঠিব আৰু সাধাৰণৰ মাজত উচ্চ শিক্ষা প্ৰচাৰৰ পথো সুগম কৰিব।

* * *

ওখ ধৰণৰ গৱেষণাৰ কাম পৰিপাটিকৈ কৰিবৰ কাৰণে আমাৰ এটা সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যক। যি হওক, সুখৰ বিষয় যে বৰ্তমান অসম চৰকাৰে এই জাতীয় অভাৱ দূৰ কৰিবৰ কাৰণে অলপ কুকংকাৱাং কৰি আমাৰ মনলৈ আশা আনিছে। ইয়াৰ আগতো বিলাতৰপৰা এজন বিষয়া আনি ভালেখিনি টকা-পইচা খৰচ কৰি এখন ৰিপোৰ্ট বাহিৰ কৰাইছিল; কিন্তু তাৰ একো গুটি নধৰিলে। যদি বৰ্তমান মন্ত্ৰীসভাই বাস্তৱিকতে এই অনুষ্ঠানৰ পৰিকল্পনা কাৰ্যত পৰিণত কৰিব পাৰে, তেন্তে তেওঁলোকে স্বদেশৰ আৰু স্বজাতিৰ বিশেষ শলাগৰ পাত্ৰ হ'ব আৰু তেওঁলোকৰ নাম অসমৰ শিক্ষা বুৰঞ্জীত অমৰ হৈ থাকিব। বিশ্ববিদ্যালয় নানা ধৰণৰ হ'ব পাৰে। ইয়াত গৱেষণা ক্ষেত্ৰ থাকিবও পাৰে নেথাকিবও পাৰে। সেইকাৰণে বিশ্ববিদ্যালয়ৰ ধৰণ সম্পূৰ্ণৰূপে ৰাইজৰ দাবী আৰু আইন প্ৰণয়ন কৰোঁতাসকলৰ ওপৰত নিৰ্ভৰ কৰে। কোনো কোনোৱে ভাৱে যে অজস্ৰ টকা-পইচা নহ'লে বিশ্ববিদ্যালয় পাতিব নোৱাৰি; কিন্তু এই আশংকা সম্পূৰ্ণ অমূলক।

* * *

সাধাৰণতে সাহিত্য সভাবিলাকৰ আয়, সদস্যসকলৰ বৰঙনি (Private endowment), খাচ আমানত (Grant from Local authorities), স্থানীয় শাসন পৰিষদবিলাকৰ দান (State aid) আৰু চৰকাৰী সাহায্যৰ ওপৰত নিৰ্ভৰ কৰে। খাচ আমানত যদিও যথেষ্ট হোৱা নাই, তথাপি সাহিত্য সভাৰ সৌভাগ্যক্ৰমে আশামূলক হ'বলৈ আৰম্ভ হৈছে। এই আমানত-কাৰীসকল আমাৰ বিশেষ শলাগৰ পাত্ৰ। আশা কৰা যায় যে অসমীয়া দানবীৰসকলে আমাৰ এই জাতীয় অনুষ্ঠানটিৰ প্ৰতি কৃপাৰ চকুৰে চাব; কিন্তু বৰঙনিৰ ভাগটো অতি শোচনীয়। কথাতে কয় বোলে, অসমীয়া মানুহে বাতৰি কাকত বা আলোচনী পঢ়িবলৈ ভাল পায়; কিন্তু বছৰেকীয়া বৰঙনিকেৰা দিব নোখোজে। ই এটা আমাৰ জাতীয় কলংক।

—০—



ঊনবিংশ অধিৱেশন

## শ্ৰীনীলমণি ফুকন

জন্ম-১৮৮০ খৃঃ

সভাপতি

১৯৪৪ ঃ শিৱসাগৰ

দেশৰ অনেক সুসন্তান আজি বন্দী অৱস্থাত আছে সচাঁ; কিন্তু তেওঁ-লোকে দেশক অলক্ষিতে যি প্ৰেৰণা দি আছে, তাৰপৰা এই সন্মিলন বঞ্চিত হ'ব নোৱাৰে। সেয়ে এই সন্মিলন সঞ্জীৱিত কৰি নুতুলিবনে? তেওঁলোকৰ চিন্তাধাৰাই এই সন্মিলন প্লাৱিত কৰিবই কৰিব। প্ৰাণৰ সংযোগত হিমালয়ো বেজীৰ জলাটো। তাৰ মাজেদিয়েই যোগসূত্ৰ অনায়াসে সৰকি যাব। মোৰ বোধেৰে অসমৰ বৰ্তমান পাৰিপাৰ্শ্বিক অৱস্থালৈ চাই অসমীয়া ভাষা যুদ্ধৰ পিছতেই হাতত ল'ব লগা সংস্কাৰৰ ( Post-War-Planning ) ভিতৰত পৰিব।

* * *

মানুহে হাতে চুকি পোৱা শিকলিডালতকৈ মনে চুকি পোৱা মাধ্যাকৰ্ষণ শক্তিৰ কঠিনতা কম অনুভৱ নকৰে। যিটো প্ৰেৰণাই মানুহক সভ্যতা সৃষ্টি কৰিবলৈ উদগালে, সেই সভ্যতাৰ পৰিপুষ্টিৰ বাবেই সাহিত্য-শিল্প-কলাৰ সৃষ্টি হ'ল। সেই কাৰণেই, সাহিত্য কলাই সভ্যতাৰ ঘাই ভেঁটি। এই ভেঁটিৰ ওপৰতে সভ্যতা থিয় হৈ আছে। ভৰি থোৱা মাটিৰপৰা



ধৃৰে চুকি নোপোৱা আকাশৰ গ্ৰহ-নক্ষত্ৰলৈকে যদি সভ্যতাৰ বিস্তাৰ ভূমি, তেন্তে ভৰিৰ ধূলি-মাকতিৰপৰা আকাশৰ উজ্জল তৰালৈকে সাহিত্যৰ বিষয়-বস্তু হ'ব পাৰে; অৰ্থাৎ গোচৰীভূত নোহোৱা কোনো বিষয়বস্তু সৃষ্টিৰ মাজত দেখিবলৈ পোৱা নাযায়।

* * *

সাহিত্যৰ লক্ষণেই প্ৰগতিশীল নহৈ নোৱাৰে। নৈয়ে এৰি থৈ যোৱা মৰা বিল-কেইখনে নৈৰ স্ৰোতস্বিনী নাম লোপ কৰিব নোৱাৰে। কোনো একোটা সময়ত কোনো কালত সাহিত্যৰ চিন্তাধাৰা কমিলে বা বন্ধ হ'লে সাহিত্যৰ প্ৰগতিশীলতা নষ্ট নাপায়। মৰিশালি এখনে ওচৰৰ জীৱন্ত মানুহৰ বসতিৰ কথাকেই সোঁৱৰাই দিয়ে। ধোঁৱা-চাঙত ধুঁৱলি-কুঁৱলী অৱস্থাত পৰি থকা একোখন সাঁচিপতীয়া পুথিৰ বুকুত কিমানবিলাক ভাষ্য, ভাষণীয় বা ক'বলগীয়া ন ন কথা সোমাই আছে, তাক পৰিষ্কাৰ কৰি ল'ব জনা সিদ্ধহস্ত সাহিত্যিক-সকলে নিতে দেখুৱাই আছে। কথা হৈছে, সামাজিক আদৰ্শৰ পৰিৱৰ্তনৰ লগে লগে সাহিত্যৰ আদৰ্শও নিশ্চয় পৰিৱৰ্তন হয় আৰু সেয়ে তাৰ প্ৰগতিশীলতা।

* * *

আত্মবিশ্বাস লোপ পাই আহিলেই আত্ম-বিস্মৃতি ঘটে; তেতিয়া স্থবিৰ অৱস্থাত হাতৰ মুঠিত থকা বস্তুটোকো পেলাই দি খপিয়াই ফুৰিব লাগে। আমাতো সেই কথা খাটিছে। নহলে যিটো ভাষাই এদিন প্ৰান্তিক সকলো ভাষাৰ মলখুখিনি লৈ অসমীয়া লুথুৰী-পিঠা কৰি, খাই-বই হজম কৰি, নোদোকা হৈ পৰিছিল; আজি সেই ভাষাই ছাঁটোকে বাঘটো যেন দেখি ভয় খাব লাগেনে? যিটো ভাষাই বৈদিক যুগৰপৰাই খাৰু, মণি, কেৰু, মিনাকৰা অলংকাৰ, নিজৰ পাট-মেজাংকৰিব মেখেলা সাজ-পাৰ পিন্ধি, ধুতি-বিধুতি মানি, অসমীয়া সাহিত্যৰ লখিমী ভঁৰালত তোমে তোমে অসমীয়া ভাষাৰ কঠিয়া লৈ সাহিত্য ক্ষেত্ৰত মাণিকী-মধুৰী জহা ৰুই, দাই, চপাই, ভোজ-ভাত খাই ৰং ৰহস্যৰ মাজত কাল কটাইছিল, আজি তেনে মেটমৰা ভঁৰালত বাহিৰৰ এন্দুৰ-ডালশলিয়া সোমাইছে বুলি ঘৰ-দুৱাৰ ভঁৰাল, চোতাল এৰি হাবিত সোমাব লগা হ'লনে?

* * *

যি অসমীয়া জাতিয়ে দিগ্বীজয়ী মোগল বাহিনীৰ ডলা যেন বুকুত কাঠে মৰাদি মাৰিব পাৰিছিল, তেনে জাতিয়ে মানৰ দিনত ঘৰৰ মেকুৰীটোৱে জাপ এটা মাৰিলেও মান সোমালেহি বুলি কানি-কাছুটি এৰি হাবিত সোমাইছিল।

এটা জাতিৰ আতংকিত জীৱনত যি হ'ব পাৰে তাকে হ'ল। দেশ ইংৰাজৰ হাতলৈ আহিল। তাতোকৈ দুৰ্কপালৰ কথা লগে লগে অসমীয়াৰ সংস্কৃতি লোপ পাই আহিল, ঘৰে ঘৰে বঙলা ৰামায়ণ-মহাভাৰত সোমাল। অনন্ত কন্দলি, ৰামসৰস্বতীয়ে খেদা খালে। অসমীয়াৰ ঘৰে ঘৰে কৃত্তিবাস, কাশীদাসে অধিকাৰ কৰিলে, অসমীয়া সীতাক হৰণ কৰিলে, অসমীয়া দ্ৰৌপদীৰ বস্ত্ৰ হৰণ হ'ল। অসমীয়া জাতিয়ে মুখ মেলি চাই থাকিল। নিজৰ মনটোনো কেনি হেৰাল, কলৈ গ'ল, অসমীয়া জাতিয়ে তাৰো গম নোপোৱা হ'ল। এনে অৱস্থাত সাহিত্য, শিল্পকলাৰ একাগ্ৰ সাধনাত কিহৰ বিভীষিকাই দেখা দিব পাৰে তাক সহজে অনুমান কৰিব পাৰি।

* * *

আমাৰ ভাষা আৰু সাহিত্য সম্বন্ধে আজি আমাৰ মনত আত্ম প্ৰত্যয় জন্মিলে এনেবিলাক আত্ম-বিনাশী সংশয়ে ঠাই পাব নোৱাৰে। এই আত্ম প্ৰত্যয় জন্মিব, যদি আমি আমাৰ ভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰপৰা প্ৰকৃত সিদ্ধান্ত কৰিব পাৰোঁ। একোটা জাতিৰ জীৱনত পাৰিপাৰ্শ্বিক অৱস্থা সদায় অনুকূল বা প্ৰতিকূল হৈ নাথাকে। বিধাতাই ভাগ্যত লিখিথৈ যায় যদিও, সেই ভাগ্য নিয়ন্ত্ৰণ কৰোঁতা মানুহ নিজে। সেই কাৰণে মানুহ স্বাধীন চিন্তা কৰাৰ, স্বাধীন কৰ্মক্ষেত্ৰ উলিয়াই লোৱাৰ অধিকাৰী। এই আত্মপ্ৰত্যয় যি জাতিৰ মাজত যিমান প্ৰবল, সেই জাতিয়েই সকলো ক্ষেত্ৰতে আত্ম-প্ৰতিষ্ঠা লাভ কৰি তিষ্ঠি আছিছে।

* * *

যমে টেঁটুত চেপা দিও যি ষাৰ মাত হৰিব নোৱাৰে, জীৱটোৱেও যিষাৰ মাতৃ মাতি বিদায় লয়, জীৱন্ত অৱস্থাত সেই মাতৃ-ভাষাৰ বাবে ইমান সন্দেহ! জনসংখ্যায়েই এটা ভাষাৰ বীৰ্য-শক্তি প্ৰকাশ নকৰে। সমাজত মেধাৱী লোকৰ জন্ম হ'লে ভাষাৰ সোঁত এনেও প্ৰবল হৈ চাৰিওফালে ঢৌৱাই যাবই যাব।

* * *

এদিন এই অসমতেই অসমীয়া মুছলমানে বিদেশী মোগল বাহিনীৰ বৰতোপৰ গুলী বুকু পাতি লৈ দেশৰ স্বাধীনতা ৰক্ষা কৰিছিল। "কীৰ্ত্তন"ৰ সুৰ "জিকিৰ" "মৰ্চিয়াৰ" সুৰৰ লগত মিলি গৈছিল। মক্কা শ্বৰিফৰ এপোৱা ভাগ অসমীয়াই পালে। আজান্ আৰু নামৰ ধ্বনিত চয়তান আৰু ভূত-প্ৰেত অসমীয়া জাতিৰ ওচৰ চাপিব নোৱাৰিছিল। গাঁৱত অসমীয়া মুছলমানে মছজিদক "আমাৰ নামঘৰ" বুলিয়েই পৰিচয় দিয়ে। তেওঁলোকে সৰল ধৰ্মৰ সৰল মৰ্ম হৃদয়ংগম কৰোঁতে "নামঘৰ", "মছজিদ"ৰ একো



পাৰ্থক্য দেখা নাপায়। জানে, "মছজিদ"তো "পাঁচ ৰুকত্" নামাজত একেজন দুনিয়াৰ মালিকৰ নাম লোৱা হয় আৰু নামঘৰৰ চাৰিটি প্ৰসংগতো সেই "এক দেৱ, এক সেৱ, এক বিনে নাই কেও" অৰ্থাৎ "লা ইলাহী ইল্লাল্লা মোহম্মদৰ ৰচলাল্লা" ইয়াকেই কোৱা হয়। নামৰ ধ্বনি হৃদয়ত পশিলে চাপৰিকেইটাৰ লেখ কোনে লয়? আজান ধ্বনি কাণত পৰিলে "ভাই বিৰাদৰি"ৰ বাহিৰে আন ভাৱ আহিব পাৰে নে?

* * *

সাহিত্যৰ সাধনাৰ ঠাই এডোখৰ লাগে। সেয়ে হৈছে বৰ্তমান কালত বিশ্ববিদ্যালয়। এয়ে সকলো জ্ঞানৰ ভঁৰাল। ইয়াতেই সকলো বিদ্যাই পাৰ্গতালি দেখুৱায়। অসমত আজিলৈকে বিশ্ববিদ্যালয় এটা স্থাপন নহ'ল। ইয়াতকৈ জাতীয় জীৱনৰ অভাৱ কিবা হ'ব পাৰেনে? এটা জাতিৰ সংস্কৃতি ইয়াতেই বিকাশ হয়। তাৰ অভাৱত জাতীয় মনে ঠন ধৰিব নোৱাৰে। গুৱাহাটীত বিশ্ববিদ্যালয় স্থাপনৰ চেষ্টা অসম সাহিত্য সভাই সম্পূৰ্ণৰূপে সমৰ্থন নকৰি নোৱাৰে। অসম বিশ্ববিদ্যালয়ৰ লগত অসম সাহিত্য সভাৰ ভৱিষ্যত সম্বন্ধ অতি ওচৰ বুলিব লাগিব। এই সম্বন্ধ তেল-পানীৰ নহয়, ঘিউ-মৌৰ। পৰস্পৰে পৰস্পৰৰ মুখত পঞ্চামৃত যচা সম্বন্ধ। এই বিশ্ববিদ্যা-লয়ৰ ৰূপ যি নহওক, তাত অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা হ'ব লাগিব। মাতৃভাষাৰ লগত জাতীয় জীৱনৰ ঘনিষ্ঠতা কিমান, সিদিনা মাতৃভাষা সম্বন্ধে মহাত্মাই কোৱা বাণী হৃদয়ংগম কৰিব পাৰিলেই বুজিব পৰা হ'ব। স্বাধীন ভাৰতত মাতৃভাষাৰ চৰ্চা আৰু সমাদৰ আৰু বাঢ়িব লাগিব।

---

## বিংশ অধিৱেশন

**শ্ৰীনীলমণি ফুকন**

জন্ম–১৮৮০ খৃঃ

সভাপতি

১৯৪৭ ঃ ডিব্ৰুগড়

আজি সকলো বিষয়তে যুদ্ধোত্তৰ পৰিকল্পনা হৈছে। এই পৰিকল্পনা এৰি, যোৱা মহাসমৰত ঠকা-সৰকা হোৱা জগতৰ পুনৰসংগঠন অসম্ভৱ বুলি, আত্মঘাতী জাতিবিলাকে বেছ বুজিছে। বুজিও, আজি ত্ৰিশ বছৰে মজ্জাগত হৈ পৰা বৈজ্ঞানিক ব্যভিচাৰৰ লিপ্সা এৰি দিব পৰা নাই। তপস্বিনী বেশ ধৰিছে যদিও, বৃদ্ধা বেশ্যাৰ মনৰ বিকাৰ এতিয়াও যোৱা নাই। এই মনৰ বিকাৰ সম্পূৰ্ণৰূপে নুগুচিলে, জগতে শাৰীৰিক বিকাৰ ভোগৰ হাত এতিয়াও নেসাৰে। যোৱা ত্ৰিশ বছৰৰ বৈজ্ঞানিক তথ্যৰ অপপ্ৰয়োগেই এই বিকাৰৰ কাৰণ। ইয়াৰ একমাত্ৰ প্ৰতিষেধক হৈছে আন্তৰ্জাতিক সংস্কৃতিৰ ৰস-সেন্দুৰ মাৰি বেলেগ বেলেগ ধাতুৰ জাতিক বেলেগ অনুপানেৰে খুৱাই সুস্থ কৰি তোলা। বেলেগ বেলেগ অনুপানেৰে এই একেপালি দৰৱেই সকলোকে সুজিব। এই সংস্কৃতিগত আদৰ্শ এতিয়া মজ্জাগত কৰি ল'ব লাগিব। এনে কামত আমি সাহিত্য সভাৰদৰে এটা জাতীয় সাংস্কৃতিক অনুষ্ঠানৰ কাম কি হ'ব পাৰে এবাৰ দকৈ ভাবি চোৱা আমাৰ নিতান্ত কৰ্তব্য।

* * *



বিজ্ঞানে ঢাহি-মুহি খোৱাৰ যন্ত্ৰ-পাতি গোটাই দি এই বৈজ্ঞানিক সিদ্ধি দিয়া কামত তেওঁলোকক সহায় কৰে। দাসী ঘৰণী হ'লে যিটো হয়, বিজ্ঞানেও আজি তাকে কৰিছে। আজি প্ৰায় ত্ৰিশ বছৰে বৈজ্ঞানিক যন্ত্ৰ-পাতিৰ সভ্যতাৰ বিদ্যুৎবেগে মানুহক আত্মহৰ ঠাইত অতিষ্ঠ কৰি তুলিলে। এই বিদ্যুৎ গতিয়ে পৃথিৱীক সৰগ পৰা মানুহৰদৰে আধাপোৰা কৰি এৰি দিছে। এই আণৱিক শক্তিৰ আৱিষ্কাৰতেই জগতখন ফু'তে উৰাব পাৰি বুলি আকৌ আশংকাৰ সৃষ্টি হৈছে। আতংকিত অৱস্থাত মানুহে যিবিলাক অযুগুত কাম হঠাতে কৰি পেলায়, সেয়ে পুনৰ অভিনয় হোৱাৰ আশংকা হৈছে। প্ৰতীচ্য জগতেও এতিয়া এই কথা অনুভৱ কৰিছে। তাতো মিলিত জাতি সংঘ (U.N.O.) আৰু মিলিত-জাতি-শিক্ষা-বিজ্ঞান-সংস্কৃতি-সংঘই (UNESCO) এই বিষয়ে বিচাৰ কৰি বুজি উঠিছে যে যান্ত্ৰিক সভ্যতাৰ কোঢ়া-মুঠিৰ হাত সাৰিব নোৱাৰিলে মানৱ জাতিৰ মুক্তিতকৈ বন্ধনহে সহজ হৈ পৰিব। ইয়াৰ হাত সৰাহে এতিয়া মানৱ ধৰ্ম হোৱা উচিত। সাম্ৰাজ্যৰ লোভ, উপনিৱেশৰ মোহ এতিয়াও এৰিবলৈ টান পোৱা বাবেহে এই কথা ভালদৰে মুখফুটাই ক'ব পৰা নাই; কিন্তু অন্তৰত গদাধৰে নিশ্চয় এই কথা গদিয়াই দিছে। সত্যৰ অপলাপ চিৰকাল হ'ব নোৱাৰে। কল্কি অৱতাৰ সপ্ত ম্লেছৰ যুঁজ, পৃথিৱীখন বুন্দামাৰ, তাৰ পিছত সত্য যুগৰ পুনৰ প্ৰৱৰ্তন এইখিনিও শাস্ত্ৰৰ বচন। জগতে এই সত্য যুগৰ অপেক্ষা নকৰি নোৱাৰে। বেদ, বাইবেল্, কোৰাণেও সেই বাক্য জগতক কাহানিবাই শুনাই থৈছে। এতিয়া এই সত্য কেৱল দাৰ্শনিকৰ চকুৰে চালেই নহ'ব। নাইবা, বৈজ্ঞানিকৰ ৰঞ্জন ৰশ্মিৰে গৰ্ভৰ ভিতৰলৈকে দেখিলেও নচলিব। দৈনিক আচৰণত সি প্ৰতিফলিত হ'ব লাগিব। ইমানেই বাকী আছে।

* * *

যেতিয়া ভাষাৰ ভেঁটিতেই সংযুক্ত স্বাধীন ভাৰতৰ প্ৰাদেশিক ৰাষ্ট্ৰবিলাক গঠন কৰা হ'ব, সৰ্বভাৰতীয় ৰাষ্ট্ৰভাষা হিন্দুস্থানী হোৱাৰ দৰে, প্ৰাদেশিক ৰাষ্ট্ৰভাষাও যেতিয়া সেই সেই প্ৰদেশৰ মাতৃভাষাই হ'ব, এতিয়া প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ ঠাই আৰু আহল-বহল হ'ব লাগিব। এতিয়া অসমীয়া ভাষা খিলঞ্জীয়া, সাতামপুৰুষীয়া অসমীয়া মানুহৰেই হৈ থাকিব নোৱাৰিব। অসমত স্থায়ীভাৱে বসবাস কৰা পমুৱা-বনুৱা আদি লোকসকল, বেহা-বেপাৰ-চাকৰি-বাকৰি কৰা লোকেও, দাঁতি-কাষৰীয়া উপজাতিসকলেও

অসমীয়া ভাষা ৰাষ্ট্ৰভাষা হিচাপে শিকিবই লাগিব।

* * *

তৰুণ লেখক-লেখিকা সকলো আগবাঢ়ি আহক। তেওঁলোকে ৰস থকা চকুৰে অসমীয়া সংস্কৃতিৰ ভৱিষ্যত বহুদূৰলৈকে দেখিবলৈ পাব। তেওঁলোকৰ লেখনীয়ে জাতীয় চিন্তাধাৰাত এটা নতুন উন্মাদনা আৰু উন্মেষ দিয়ক। জাতিৰ পৰি অহা মন আকৌ ঠন ধৰি উঠিব। অসম সাহিত্য সভাৰ লগত তেওঁলোকৰ প্ৰগতিশীল মনৰ সংযোগ হ'লে সভাৰ স্থবিৰতাও সতকাই আহিব নোৱাৰে। গছৰ কুঁহিকেইটি, পাত কেইখিলা, শাখা-প্ৰশাখাবিলাক সমানে বাঢ়ি নাহিলে সেই গছৰ গুৰিও শকত হোৱা টান। সেয়ে নহ'লে গা-গছ জোপাই বিস্তাৰ লাভ কৰি যথেষ্ট সুৱদি ফল দিব নোৱাৰে।

— —



সভাপতি
১৯৫০ ঃ মাৰ্ঘেৰিটা

একবিংশ অধিৱেশন

অম্বিকাগিৰি ৰায়চৌধুৰী

[১৮৮৫ খ্ৰীঃ-১৯৬৭ খ্ৰীঃ]

সাহিত্য সম্বন্ধীয় মোৰ সেই উপলব্ধিটোৱে যেন দবিয়াই ডাঠকৈ মোৰ অন্তৰত ধ্বনিবিলাক তোলে, (১) আত্মবিকাশৰ প্ৰচণ্ড চেকুৰত উত্তৰ হোৱা সমস্যাৱলী সমাধানৰ তৃপ্তিদায়ক চেষ্টাটোৱেই সাহিত্য, (২) সীমা ৰেখাৰে আবদ্ধকৃত আত্মাৰ অসীমাত্মাত মিলন ঘটোৱা ৰসময় প্ৰচেষ্টাৰ আকুল আৱেগত প্ৰস্ফুটিত হৈ উঠা জীৱন সৌৰ্যন্দৰ জাতিষ্কাৰ ৰূপ, (৩) জীৱনৰ লীলায়িত প্ৰতিবিম্ব, (৪) ৰহস্যময় জীৱনৰ বৈচিত্ৰ্য প্ৰকাশৰ পৰিকল্পনা-প্ৰসূত নিত্য নতুনৰ লৱণু বিকাশ, (৫) অপূৰ্ণতাৰ বেষ্টনী ভাঙি জীৱনক পূৰ্ণতাৰ ৰসাপ্লুত আনন্দত থিতি কৰা প্ৰয়াসৰ তেজোদীপ্ত আকুলতা, (৬) দৃশ্যমান জগতৰ জটিলতাৰ লগত অদৃশ্যমান জগতৰ সমন্বয় ঘটাই আত্মানন্দ উপভোগ কৰা ৰসবীজৰ অফুৰন্ত সঁফুৰা, (৭) অসীম থিয়াই চলা অবিশ্ৰান্ত পথত নিত্য নতুনৰ হিল্লোল তুলি উদ্দীপ্ত প্ৰেৰণাৰে মানৱ মনক ক্ৰমে বহললৈ আগবঢ়াই নিয়াৰ সতেজ ইংগিত। আন শ্ৰেণীৰ জীৱৰ ভিতৰতো এনে কিবা সাহিত্য থাকিব পাৰে; কিন্তু মই ইয়াত কেৱল মোৰ মানৱ সাহিত্য উপলব্ধিৰ কথাকে কৈছোঁ। নাজানোঁ, সাহিত্যাধিকাৰী বিজ্ঞজনৰ মনত সাহিত্য সম্বন্ধীয় মোৰ এই

উপলব্ধিখিনি কেনেদৰে ব্যাখ্যাত হয়।

* * *

সাহিত্য বস্তুটো জীৱনৰ প্ৰতিবিম্ব। যি জীৱনৰ যেনে ৰূপ, তাৰ লিখাত তেনে প্ৰতিবিম্বই পৰে। জীৱনত আত্মজ্ঞান, আত্মবিশ্বাস, আত্মশ্ৰদ্ধা, আত্মমৰ্যাদাৰ অনুভূতিটো যিমানেই স্পষ্ট, প্ৰখৰ আৰু সতেজ হৈ বৰ্তিব, সেই জীৱনৰ বিৰাট-উজ্জ্বল প্ৰতিবিম্ব বুকুত লৈ তিমানেই মহান সাহিত্যৰ সৃষ্টি হ'ব। সেই সাহিত্যইহে মানৱীয় মনোজগতত একছত্ৰী অধিকাৰ থাপি, মানৱৰ সকলো দুৰ্বলতা, অপূৰ্ণতা, কলুষ, ক্লেদ, গ্লানি, নীচতা, ভীৰুতা, ক্লেশ-দৈন্য ধ্বংস কৰি তাক নিখুঁত মানৱীয় ৰূপত প্ৰকৃতিষ্ঠ কৰি তুলিব। সেয়ে বিশ্ব-মানৱীয় সাহিত্য। সাহিত্যৰ উদ্দেশ্য, মানৱক প্ৰকৃত মানৱীয় গুণত মহানভাৱে পৰিশোভিত কৰি তোলা। যি সাহিত্যৰ এই পৰিকল্পনা নাই; সি মানৱীয় সাহিত্য নহয়—অমানৱীয় কুসাহিত্য,— সাহিত্যৰ নামত মানৱত্ব ধ্বংসকাৰী কলুষভৰা মনৰ বিষোদ্গাৰ। সাহিত্য সম্বন্ধে মোৰ এয়ে উপলব্ধি।

* * *

সাহিত্যকাৰৰ জীৱনটো যদি দেশক, জাতিক, মানৱ প্ৰাণী জগতক সকলোপ্ৰকাৰৰ দুৰ্বলতাৰপৰা মুক্ত কৰি সমাজত প্ৰকৃত মানৱত্বৰ বিকাশ কৰি তোলা ভাৱ, চিন্তা আৰু পৰিকল্পনাত আপ্লুত হোৱা জীৱন হয়, তেন্তে সেই সাহিত্যকাৰৰ লেখনীৰপৰা ওলোৱা হৃদয়-নিঃসৃত সাহিত্যইহে অব্যৰ্থ অনুপ্ৰেৰণাৰে দেশক আৰু জাতিক মহত্বলৈ, বিৰাটত্বলৈ আগুৱাই নিব পাৰে; কিন্তু জীৱনটো যদি নিজ স্বাৰ্থৰ তৃপ্তিৰ হকে, দেশদ্ৰোহ, জাতিদ্ৰোহ আৰু নানা দুৰ্নীতিৰ কলুষ-ক্লেদেৰে ভৰি থকা জীৱন হয়, তেন্তে যশোলিপ্সু মনেৰে আখৰৰ মুখত অমৰত্ব লাভ কৰাৰ উৎকট আস্ফালন লৈ কিবা এসোপা লিখি ছাপা কৰি উলিয়ালেও, সি প্ৰকৃতভাৱে উৎকটেই হয়, অকল।

* * *

যি জাতিৰ ভিতৰত একে ৰাতিতে কপাহ ধুনি, সূতা কাটি, কাপোৰ বই, সন্তানক পিন্ধাই যুদ্ধক্ষেত্ৰলৈ পঠাই ১৬ বাৰ মোগলক বিধ্বস্ত কৰা কৰ্মোদ্যমৰ নিদৰ্শন আছে, য'ত গছৰ শুকান পাত এটি এটিকৈ জুইত দি তাৰ পোহৰত সাহিত্য সাধনা কৰাৰ অতুলনীয় কাহিনী আছে, যি জাতিৰ ভিতৰত "দেশতকৈ মোমাই ডাঙৰ নহয়"ৰ পাষাণ বিদীৰ্ণকাৰী কঠোৰ দেশ-প্ৰেমৰ চানেকি আছে, যি জাতিৰ ভিতৰত দেশৰ মংগললৈ ঐকান্তিক লক্ষ্যৰাখি স্বামীৰ কাৰণে চাওদাঙৰ হাতত তিলতিলকৈ প্ৰাণ বিসৰ্জন দিয়াৰ



বিস্ময়কৰ ইতিহাস আছে, যি জাতিৰ ভিতৰত গাড়ো, যৱন, ভোট, মিৰিক একেটা গোটত বান্ধ খুৱাই বিৰাট জাতি সংগঠনৰ নামধৰ্মী সত্য আছে, যি বাহিৰৰ বিজয়ী আহোম আৰু বীৰ কছাৰী জাতিয়ে নিজ নিজ উদাৰতাৰে স্থানীয়লোক আৰু বহিৰাগতক সামৰি লৈ অসম মাতৃৰ বুকুৰ মাটিত নাড়ীৰ সম্বন্ধে ঘটোৱা জীৱন্ত বুৰঞ্জী আছে; সেই জাতিটোৰ আজি কিয় এনে হ'ল? কিয় এনে কৰ্মবিমুখ হ'ল? কিয় এনে সাহ শক্তি নোহোৱা হ'ল? কিয় এনেকৈ সাহিত্য ব্ৰতত পাছ পৰিল? কিয়? কিয় এনে আত্ম-বিশ্বাসহীন হ'ল? পৰ্বত-ভৈয়ামৰ সংযোগ ছিন্ন হৈ কিয় এনে ছিটিছন হৈ পৰিল? কিয় তাৰ এনে দুৰ্দশা ঘটিল? প্ৰত্যেকজন, প্ৰত্যেকজনী অসমীয়া পুৰুষ-নাৰীয়ে নিজে নিজে দকৈ চিন্তা কৰক, এই পতনৰপৰা মুক্ত হৈ পূৰ্ব গৌৰৱত সঞ্জীৱিত হৈ আত্মৰক্ষা কৰি পৈতৃক ঘৰ-ভেটিত বীৰদাপেৰে বৰ্তি থকাৰ উপায় উলিয়াব, নে ধ্বংসৰ মুখত গা এৰি দিব? — মই যদি দেশৰ সৰ্বাধিনায়ক, অৰ্থাৎ 'ডিক্টেটৰ' হ'লোঁহেঁতেন, তেন্তে চিন্তাশীল বৈজ্ঞানিক কেইজনমানৰ বিশ্লেষণৰ সহায়েৰে কাৰণ উলিয়াই, মোৰ দেশখনক, মোৰ জাতিটোক ৰক্ষা কৰাৰ, গৌৰৱান্বিত কৰাৰ, সুদৃঢ় ব্যৱস্থা হাতত ললোঁহেঁতেন।

* * *

ভাষা-সংস্কৃতিৰ, সমাজ অৰ্থনীতিৰ ঘোৰ দুৰ্দিনত কঠোৰ সেৱাব্ৰতেৰে কৰ্মক্ষেত্ৰত জপিয়াই পৰক, যাওক, এনে সেৱাব্ৰতী শৃংখলিত এদল আমাৰ পৰ্বতীয়া ভাইসকলৰ ঘৰে ঘৰে, — যাওক এদল থকা-মিলা-খোৱা লোৱাত, অনভিজ্ঞ, অশিক্ষিত, এন্ধাৰত পৰি থকা প্ৰত্যেকখন গাঁৱৰ চোতালে-পদুলিয়ে, — যাওক এদল অসমৰ হাটে-বজাৰে, — ধৰক এদলে একাগ্ৰতাৰে সাহিত্য সেৱাত, — যাওক এদল পণ্ডিত হৈ পৰি থকা মাটিকেডুখৰিলৈ। পৰ্বতীয়া অসমীয়া-সকলক নিজৰ বুকুলৈ টানি আনক, — গাঁৱলীয়াসকলৰ মনত শিক্ষাৰে জাতীয় চেতনা জগাই তোলক, — নিজ দেশৰ মাটিখিনিৰ লগত, নিজ দেশৰ ভাই-ভনীকিটিৰ নাড়ীৰ সম্বন্ধ স্থাপন কৰি একাগ্ৰভাৱে বিৰাট সাহিত্য সৃষ্টি কৰক, — হাট-বজাৰৰ বেহা-বেপাৰ হাতত লওক, — মাটিকেডুখৰিত খেতি কৰি অপৰ্যাপ্ত খাদ্য শস্য উৎপন্ন কৰক, — অসমীয়া সাহিত্যৰ বিৰাট স্ফুৰণ ঘটাই তোলাৰ পথ বিৰাটভাৱে মুকলি কৰক!

—৫—



দ্বাবিংশ অধিৱেশন

## সূৰ্যকুমাৰ ভূঞা

[১৮৯৪ খ্ৰীঃ-১৯৬৪ খ্ৰীঃ]

সভাপতি

১৯৫৩ : ছিলং

স্বাধীনতাৰ বৰগছ অসমত পাতে-ফুলে জকমক্ হৈ ফুলিছিল। সেইবুলি অসমীয়াই পাৰমাৰ্থিক আৰু মানসিক অৱদানত পিছপৰা জাতি নাছিল। প্ৰাচীন এথেন্সবাসী নাগৰিকসকলৰ দৰে অসমীয়াৰ মাজতো মেধাশক্তি আৰু শৌৰ্য-বীৰ্য দুয়োৰো বিচক্ষণ সমাৱেশ ঘটিছিল। অসমৰ স্বাধীনতা দিনৰ সাহিত্যলৈ দৃষ্টিপাত কৰিলে আমি স্তম্ভিত নহৈ নোৱাৰোঁ। এই সাহিত্য হিমালয় গিৰিবদৰে উচ্চ, পৰ্বতীয়া নৈৰদৰে কোবাল আৰু বনৰ চৰাইৰ মাতৰদৰে সুৱদি।

* * *

প্ৰজাৰ মংগলেই হৈছে শাসনৰ একমাত্ৰ উদ্দেশ্য, এই আদৰ্শত স্থিৰচিত্ত হৈ থাকিবলৈ হ'লে মনৰ নৈতিক বলৰ প্ৰয়োজন। এই নৈতিক বলৰ প্ৰেৰণা দিব পাৰে অকল সাহিত্যই। নহ'লে, দেশত সসংদ সদস্যৰে উভৈনদী হ'লেও ৰাইজৰ মংগল সাধন নোহোৱাকৈ থাকিব পাৰে। সেইদেখি গণতন্ত্ৰৰ যুগত সভ্য সাহিত্যৰ প্ৰচাৰ নিতান্ত আৱশ্যকীয়; যাতে সাধাৰণ নাগৰিক ভোটাৰৰপৰা আৰম্ভ কৰি সৰ্বোচ্চ শাসকলৈকে সকলোৱে নৈতিক আদৰ্শৰদ্বাৰা প্ৰণোদিত হৈ



দেশ শাসনৰ কাম পৰিচালনা কৰিব পাৰে। এই নৈতিক আদৰ্শৰ অভাৱ ঘটিলে, আমি হয়তো তৰ্কযুদ্ধৰ জয়-পৰাজয়ৰ লীলা সদায় চকুৰে দেখা পাই থাকিম; কিন্তু ৰাইজৰ অৱস্থা সেই কৌটিকলীয়া আন্ধাৰতে পৰি থাকিব। স্তৰে স্তৰে শাসকসকলৰ প্ৰকৃত কৰ্তব্য নিৰূপণ কৰাটো গণতান্ত্ৰিক যুগৰ সাহিত্যৰ এটি প্ৰধান উদ্দেশ্য হোৱাটো বাঞ্ছনীয়। আদৰ্শত অৰাজকতা, আন্ধাৰ হ'লে জাতি লক্ষ্যভ্ৰষ্ট হোৱাৰ আশংকা। মহাজ্ঞানী ছক্ৰেটিছৰ শিষ্য প্লেটো'ৰ 'ৰিপাব্লিক'ৰ চানেকিৰে কোনোবাই এখন ভাল গ্ৰন্থ লিখিলে সেই পুথি গণতন্ত্ৰৰ বেদ বুলি পৰিগণিত হ'ব।

* * *

সাহিত্যই হৈছে দেশত ঐক্যসাধনৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীত সম্ভাৰ আছে, এই অতীত সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ বিতৰণ যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন্ ভিন্ মানুহৰ মাজত একে মনোভাৱ সৃষ্টি হয়।

* * *

অসমীয়া সাহিত্যৰ উন্নতিৰ বাটত প্ৰধান প্ৰতিবন্ধক হৈছে অসমীয়া পাঠক-পাঠিকাৰ সংখ্যা তেনেই তাকৰ। কোনোবাই খৰচ কৰি সাধাৰণৰ মনোৰঞ্জক কিতাপ ছপালে সেই কিতাপ বিক্ৰী কৰি লেখকে ছপা খৰচখিনি উলিয়াব পাৰে, আৰু হয়তো লেখকে দুপইচা লাভো কৰিব পাৰে; কিন্তু গৱেষণাপূৰ্ণ উচ্চ ধৰণৰ কিতাপ বিক্ৰী কৰাটো অতি টান, তেনে ধৰণৰ কিতাপ উলিয়াবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো সাতবাৰ ভাবিব লগাত পৰে। তাৰ ফলত অনেক মূল্যবান অসমীয়া কিতাপ হাতেলিখা অৱস্থাত এনেয়ে পৰি আছে। অনেক কিতাপ সেই অৱস্থাতে লোপ পাইছে। যাতে এই মূল্যবান গ্ৰন্থবোৰ প্ৰকাশ কৰিব পাৰি তাৰ কাৰণে সাহিত্য সভাৰ এটা শকত ধনৰ পুঁজি থকাটো বাঞ্ছনীয়।

* * *

প্ৰত্যেক অসমীয়াই উপলব্ধি কৰা উচিত যে সাহিত্য সভাৰ উন্নতি সাধন কৰি আমি অসমীয়া একতা ডোলত বান্ধ খাই থাকিম, আমাৰ কৃষ্টি আৰু সভ্যতাৰ সমৃদ্ধি দেশবাসী আৰু পৰদেশবাসী সকলোৱে জানিব পাৰিব আৰু সাহিত্য সাধনাৰ সহায়েৰে আমাৰ মনোভাৱ উচ্চ কৰিব পাৰিম, সেই উচ্চ মনোভাৱৰ সৌৰভ গোটেই জাতীয় জীৱনতে বিয়াপ পৰিব। যিসকলে স্বাৰ্থসিদ্ধিৰ অভিসন্ধিকে জীৱনৰ একমাত্ৰ কৰ্মপন্থা বুলি ভাৱে তেওঁলোকক

সমাজে চিনি পাবলৈ সৰহ পৰ নালাগে। এই সুপৱিত্ৰ সাহিত্য সভা অনুষ্ঠান তেনে স্বাৰ্থান্বেষী মানুহৰ যেন বাট-ঘাট নহয়। তাৰ হকে সকলো সতৰ্ক, সজাগ হৈ থকাটো উচিত। সাহিত্য সভাৰ নিয়ম-প্ৰণালী, আঁচনি, পৰিকল্পনা সকলো বিশুদ্ধভাৱে ৰচিত হ'ব পাৰে, কিন্তু নিঃস্বাৰ্থ পুৰুষে ইয়াৰ দৈনন্দিন কাৰ্য পৰিচালনা নকৰিলে সেই ৰচনাৰ পাৰিপাট্য তুলাপাততে জাহ যাব।

* * *

অসমীয়া সাহিত্যৰ চূড়ান্ত উদ্দেশ্য কি? কি উদ্দেশ্য সাধনৰ নিমিত্তে অসমীয়া জাতিয়ে এই ভূ-ভাৰতত জন্ম গ্ৰহণ কৰিছে ? অসমীয়া জাতিয়ে অন্যান্য জাতিবোৰে খাই-বৈ জীয়াই আছে অতীতৰে পৰা, তেওঁলোকৰ ভাগ্যচক্ৰও উঠা-নমা কৰিছে যুগে যুগে, তথাপি অসমীয়া জাতিয়ে স্বতন্ত্ৰ ৰূপ ধৰি বৰ্ত্তি আছিছে আজিলৈকে। জগতৰ কি উপকাৰৰ নিমিত্তে অসমীয়া জাতিক ইমানখিনি পোহৰ, ইমানখিনি বতাহ, ইমানখিনি পানী, ইমানখিনি মাটি ভোগ কৰাৰ সুবিধা দিছে পৰমনিয়ন্তা সৃজনকৰ্তাই ? শদিয়াৰপৰা ধুবুৰীলৈকে লুইতৰ পানী বৈ গৈছে অবাৰিতভাৱে, কি উদ্দেশ্যৰ সোঁত অসমীয়াৰ প্ৰতি প্ৰাণে প্ৰবাহিত হৈছে ? তাৰ উত্তৰ বিচৰাৰ সময় আহিল। বিশ্বৰ সভ্যতালৈ ভাৰতৰ অৱদান হৈছে সত্যৰ সন্ধান আৰু পাৰমাৰ্থিক চিন্তাৰ উৎকৰ্ষতা, মৈত্ৰীভাব আৰু অহিংসা; গ্ৰীছৰ অৱদান হৈছে ন্যায়ৰ প্ৰভুত্ব, আৰু শিৱ আৰু সুন্দৰৰ অনুশীলন; ৰোমৰ অৱদান হৈছে সাম্ৰাজ্য সংগঠনৰ পদ্ধতি; আৰবৰ অৱদান হৈছে সাম্যবাদ; ফ্ৰান্সৰ অৱদান হৈছে গণতন্ত্ৰ; ইংলণ্ডৰ অৱদান হৈছে উচ্চ আদৰ্শ আৰু পাৰ্থিৱতাৰ সামঞ্জস্য; আৰু আমেৰিকাৰ অৱদান হৈছে যান্ত্ৰিক উদ্যোগৰ সহায়েৰে দ্ৰব্য সামগ্ৰীৰ উৎপন্ন বৃদ্ধি কৰি দেশৰ সৰ্বাংগীণ উন্নতি সাধন। অসমীয়াই জগতৰ সভ্যতালৈ কি অৰিহণা আগ বঢ়াব ? অসমীয়াৰ জীৱন নিৰৰ্থক আৰু উদ্দেশ্যবিহীন নে ?

---



সভাপতি
১৯৫৪ : যোৰহাট

## ত্ৰয়োবিংশ অধিৱেশন

## শ্ৰীনলিনীবালা দেৱী

[ জন্ম ১৮৯৮ খৃঃ ]

সাহিত্য সাধনা জীৱনৰ পৱিত্ৰ জ্ঞান যজ্ঞ। সত্যৰ পোহৰত সমুজ্জ্বল সাহিত্য যজ্ঞৰ হোতাসকলৰ পৱিত্ৰ নিষ্পাপ হিয়াত ঐশ্বৰিক শক্তিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়। সত্যৰ নীৰৱ ইংগিতত প্ৰতিফলিত হয় সাহিত্যিকৰ ধ্যানী মনোৰাজ্যত প্ৰেৰণাৰ প্ৰকাশৰ আলোক ৰশ্মি। দ্বিধাহীন গ্লানিমুক্ত জ্ঞানৰ উদাৰ বেদীত সত্যৰ বিশুদ্ধ আলোকে স্থিতি লাভ কৰে। সাধনা প্ৰস্তুত সাহিত্যসেৱীৰ মনোৰাজ্যত নৱ সৃষ্টিৰ নতুন প্ৰেৰণা নৱৰূপে ৰূপায়িত হৈ উঠে। সাহিত্যৰ পোহৰেই জনসমাজক অজ্ঞানতাৰ এন্ধাৰৰপৰা জ্ঞানময় আলোক ৰাজ্যৰ সন্ধান দিবলৈ সমৰ্থ হয়। আদৰ্শ ভাৰত ৰচনাকাৰী অতীতৰ সাধক সাহিত্য নিৰ্মাণকাৰীসকলৰ জীৱন সাধনাৰ অপাৰ্থিৱ জেউতিৰ সত্যৰ সুবিমল ৰেখাবোৰে আজিও জীৱনত জেউতি চৰাই আছে।

* * *

প্ৰকৃত সৌন্দৰ্য ৰস কামনাবিহীন স্বতস্ফূৰ্ত অনুভৱনীয়। "ৰসো বৈ সঃ" উপনিষদৰ বাণী মানৱচিত্তৰ এয়ে মহাৰস, আত্মাৰ আহাৰ। যুগযুগান্তৰ ধৰি ক্ষুধাতুৰ মানৱ আত্মাই কৰ্মৰ আৱৰ্তত ঘূৰি ফুৰিছে এই মহাৰসৰ সন্ধানত।

এয়ে অহৈতুকী প্ৰেমৰ স্বৰূপ। অচঞ্চল ধ্যানত সুন্দৰৰ আৰাধনা পৰিস্ফুট হৈ উঠে ধীৰ স্থিৰ, প্ৰশান্ত প্ৰাণত এই ৰসে স্থিতি লাভ কৰে। দীপ্তিমান তপস্যাৰত সাধকেই পায় এই মহাৰসৰ আস্বাদ। সাধকৰ দিব্য অনুভূতিৰ প্ৰেৰণাত দৃশ্যমান জাগতিক সৌন্দৰ্য অন্তৰৰ ৰূপত ৰূপায়িত হৈ উঠে। কবি চিত্তই পায় এই ৰসৰ পৰশত অন্তৰত সৌন্দৰ্যময় কল্পনা শক্তি। ছন্দ আৰু ভাৱৰ ললিত ভংগীয়ে কাব্য সৃষ্টিত প্ৰাণ প্ৰতিষ্ঠা কৰে। এই ভিত্তিত ৰচিত হৈ উঠিছে শত শত বিশ্ব সাহিত্য—যি সাহিত্যৰ ৰসত পৃথিবী অনুৰঞ্জিত।

* * *

অকল কথাৰ মালাই কবিতা নহয়। কবিতা মানৱৰ মৌন হিয়াৰ বেথা-বেদনাৰ অনুভূতিৰ মূৰ্ত বিকাশ। আদিৰসপূৰ্ণ কাব্য সাহিত্য যিবিলাকে বিশ্বসাহিত্যত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে এনেবোৰ মানৱ জীৱনৰ সুখ দুখৰ ইতিহাস চৰিত্ৰৰ অভিব্যক্তিৰ মাজতো অন্তৰ্দৃষ্টিৰ সুপ্ত অনুভূতি লুকাই থাকে। মানৱ জীৱনৰ সহজ সৰল ভংগীৰ মাজেদি ফুটি উঠে সৰল হিয়াৰ অস্ফুট মৰ্মবাণী—মানৱ অৱয়বৰ ঢাকনিৰ তলত এটি পৰিপূৰ্ণ আত্মাৰ আকৃতি। সমাজ সমস্যাৰ মাজেদি প্ৰপীড়িত মানৱ আত্মাৰ মুক্তিৰ ক্ৰন্দন। সমাজ বন্ধনৰ সকলো বাধা-নিষেধৰ মাজেদি ফুটি উঠা আত্মাৰ প্ৰকাশ। মূক, মৌন, নিপীড়িত, লাঞ্ছিত জীৱনৰ গোপন ভয়াৰ্ত বেদনাৰ ৰূপ প্ৰকাশিত কৰে। সুন্দৰ সাহিত্যই এনে এটি সুগভীৰ অন্তৰ্দৃষ্টিভংগীৰ প্ৰভাৱ বিস্তাৰ কৰি বিশ্ব-সাহিত্যত ৰূপ দিবলৈ সক্ষম হয়।

* * *

সংগীতৰ সংগী নৃত্যকলা। ভাৱ প্ৰকাশৰ ভংগীয়েই নৃত্য। ছন্দৰ গতি আৰু তালে নৃত্যৰ ভাৱ বিকাশত ৰূপ দিয়ে। সত্যপ্ৰকাশৰ মৌন ভংগীয়েই নৃত্য—মানৱৰ সৌন্দৰ্যবোধৰ চৰম বিকাশ। ললিত-কলাৰ মনোৰম বিকাশৰ পৰিকল্পনা এই নৃত্য।

* * *

চিত্ৰ মানৱৰ আত্মাৰ বিকাশৰ অভিব্যক্তি মাথোন। সৌন্দৰ্যপ্ৰয়াসী মানৱ আত্মা যেতিয়া সৃজনৰ অনুপ্ৰেৰণাত ব্যাকুল হৈ উঠে, তেতিয়াই অন্তৰ্নিহিত শিল্পী মানৱজনে নিজৰ মধুৰ অনুভূতিৰ ৰূপ প্ৰকাশ কৰিবলৈ নানা পথ আৱিষ্কাৰ কৰি পেলায়; নিজৰ অন্তৰৰ সুন্দৰ মানৱটিয়ে অন্তৰ সৌন্দৰ্যকে প্ৰকাশ কৰিবলৈ বিচাৰে ৰেখাৰ মাজেৰে। এয়ে শিল্পী প্ৰাণৰ



স্বৰূপ। একো একোটি জাতিৰ মজ্জাগত সংস্কৃতিৰ ছাপ ফুটি উঠে ললিত-কলাৰ যোগেৰে। যুগ-যুগান্তৰপৰা বৈ অহা প্ৰতি মানৱৰ অন্তৰ্বাহিকাৰ ৰক্তসোঁতত লুকাই থকা সুপ্ত সংস্কৃতিৰ জীৱন্ত প্ৰকাশ প্ৰকাশিত হ'বলৈ বিচাৰে ললিত-কলাৰ যোগেৰে। ললিত-কলাৰ পৰশত সুপ্ত সিৰাৰ ৰক্তবীজ-বোৰ চঞ্চল হৈ উঠে; আত্মপ্ৰকাশৰ বাট বিচাৰি ব্যাকুল হৈ উঠে। প্ৰাণৰ এই চঞ্চল তৰংগই সুন্দৰতম সৃষ্টিৰ প্ৰধান উপাদান। কোন পাহৰণি অতীতৰ পুণ্যময় ভাৰতৰ তপোবনতেই এই ললিত-কলাৰ বিজ্ঞানে প্ৰতিষ্ঠা লাভ কৰে—যি "গান্ধৰ্ব্ব" বেদৰ সপ্তসুৰৰ বীণা ঝংকাৰত ত্ৰিদিৱত কঁপনি তুলিছিল সামবেদৰ সংগীতৰ সুৰে। ললিত-কলাৰ সাধকে পৰিকল্পনা কৰিছিল বীণাপাণি বাণীদেৱীৰ হংসবাহিনী শুভ্ৰাভৰণা শুক্লৰূপ। সেইদিনা বীণাৰ ঝংকাৰত বাণী কাননত সাহিত্য কলাৰ আৰতি জ্বলিছিল এই ভাৰতৰ পুণ্য তপোবনতেই।

* * *

শৰীৰ বিনাশী। তপস্যাময় ধ্যান তৰংগ অবিনাশী। মানুহৰ ধ্যানময় জাগ্ৰত শক্তিৰ তৰংগ যুগ-যুগান্তৰৰ মহাকাশত চিৰকাল ধ্বনিত হৈ আছে আৰু যুগ-যুগান্তৰ ধ্বনিত হৈ থাকিব। বিনাশী জড়দেহত্যাগী অতীতৰ মনীষীসকলৰ ত্যাগ যজ্ঞৰ হোমাহুতি ধ্যান সমাধিৰ তৰংগ প্ৰেৰণা আজিৰ ক্লান্ত পৃথিৱীৰ অন্তৰাত্মাত আকৌ আঘাত কৰিছেহি। পৃথিৱীয়ে অনুভৱ কৰিবলৈ ধৰিছে, ভাৰতৰ শাশ্বত শক্তিৰ অনুপ্ৰেৰণা। বাস্তৱ ভোগ-বিলাসী পৃথিৱীৰ আজি অন্তৰৰ ক্ষুধা জাগ্ৰত হৈ উঠিছে। অতৃপ্ত জাগতিক ভোগ-বিলাসৰ আঁৰত সি এটি অজান অমৃতৰ অনুভূতি অনুভৱ কৰিছিল আৰু প্ৰচাৰ কৰিছিল প্ৰাচীন জ্ঞানদীপ্ত ভাৰতবৰ্ষই; অতৃপ্ত পৃথিৱীয়ে আজি বিচাৰিছে ভাৰতবৰ্ষৰ সেই শাশ্বত শান্তি মন্ত্ৰ। এই অমৃত বাতৰি অনাদি যুগৰপৰা বহন কৰি আনিছে কোনে? জ্ঞান তপস্বী কৃচ্ছ সাধক ভাৰতবৰ্ষৰ অমৰ ঋষি সাহিত্যিকসকলে।

* * *

সাহিত্যৰ ঠাই ৰা জ নী তি ৰ ভেদমূলক ব্যৱস্থাৰপৰা বহু উৰ্দ্ধত। সাহিত্যিকৰ জীৱন ব্ৰত সাহিত্য সাধনা, মানৱ কল্যাণ, দেশ কল্যাণকেন্দ্ৰিক ভাৰত সাহিত্যিকে সাহিত্য সৃষ্টি কৰে। দেশৰ সাহিত্যিক শক্তি এটা অজেয় শক্তি। এই শক্তিয়ে পৃথিৱীৰ শত ৰূপান্তৰ আনিব পাৰে। সাহিত্য সচেতনাই জনকেন্দ্ৰিক ভাৱধাৰাৰ পুষ্টি সাধন কৰে। দেশক সম্পূৰ্ণ যুগ

উপযোগী ৰূপ দিবলৈ হ'লে সাহিত্যিকসকলৰ আৰু শিল্পীসকলৰ ঐকান্তিক নিঃস্বাৰ্থ কল্যাণকামী সৃষ্টিয়েহে যুগ নিৰ্মায়কৰূপে সন্মিলিত মনোভাৱ এটি গঢ়ি তুলিবলৈ সমৰ্থ হ'ব পাৰে। জন-কল্যাণকামী প্ৰত্যেকজন সাহিত্য-সেৱীৰ নিঃস্বাৰ্থ সেৱাই নতুন যুগৰ অসমক নতুন ৰূপত ৰূপায়িত কৰি তুলিব লাগিব।

* * *

সমস্ত অসমৰ সমাজ গঠন সুনিয়ন্ত্ৰিত হৈ উঠিব পৰা নাই। প্ৰত্যেক কামতে আজি প্ৰেৰণাৰ শিথিলতাই বাধাৰ সৃষ্টি কৰে। জনসেৱাৰ ভাৱ তল পৰি আত্মপ্ৰতিষ্ঠাৰ ভাৱে আগ ঠাই লয়।

* * *

দেশৰ আকাশত সাহিত্য ধ্ৰুৱ পতাকা। এই ধ্ৰুৱ পতাকা বহনকাৰী হৈ আহিছে যুগে যুগে সাহিত্যসেৱীসকলেই। সাহিত্যিকৰ উদীপ্ত লেখনীৰ ইংগিতত দেশ আৰু জাতিয়ে সভ্যতা-সংস্কৃতিৰ ৰূপ লয়। যুগৰ পৰিৱৰ্তনৰ লগে লগে আজি যান্ত্ৰিক যুগৰ সামাজিক পৰিৱৰ্তনৰ সময়ত মাতৃভাষাসেৱী সাহিত্যিকসকলৰ প্ৰৱল প্ৰভাৱেৰে জাতিৰ জীৱনী শক্তি আকৌ জগাই তুলিবৰ হ'ল।

* * *

আজিৰ স্বাধীন অসমৰ মাতৃভাষাৰ প্ৰধান কেন্দ্ৰস্থল অসমীয়া জাতিৰ সমূহীয়া শক্তিৰ উৎসৱ আমাৰ "অসম সাহিত্য সভা"। এই সভাতেই আমাৰ বিবিধ সমস্যাৰ সমাধান বিচাৰি আমি গোট খাইছোঁহঁক। আমাৰ আজি প্ৰধান বিষয় হ'ব মাতৃভাষাৰ উন্নতি।

* * *

মনত মাতৃভাষাৰ সেৱাৰ ভাৱ জাগি উঠিলে বোৱতী নৈৰদৰে নাৰী সাহিত্যৰ সংখ্যা বাঢ়ি যাব। সাধাৰণতে দেখা যায় নাৰী-চৰিত্ৰ সৃষ্টিময়ী কৰি বিধাতাই স্ৰজন কৰিছে। নাৰীৰ অন্তৰত সৃষ্টিৰ উপাদান বিৰাজমান। কোমল সূক্ষ্ম অনুভূতিবিলাকেই নাৰী চিত্তৰ প্ৰধান উপাদান। সেইবাবেই নাৰী-সাহিত্যত এটি বিশিষ্টতাও সাধাৰণতে দেখিবলৈ পোৱা যায়। বিশ্ব-সাহিত্য ক্ষেত্ৰত নাৰী-সাহিত্যৰ গৌৰৱময় অৱদানে গোটেই বিশ্বক কিদৰে গৌৰৱান্বিত কৰি আহিছে সেই কথা সকলোৱে জানে। দৰ্শন, বিজ্ঞান, কলা, সাহিত্য আৰু মহান নেতৃত্বত চিৰস্মৰণীয় নাৰীৰ মহৎদানে বিশ্ব-সৌন্দৰ্যময়। নাৰী চৰিত্ৰত কোমল অনুভূতিৰ পৰিপূৰ্ণ প্ৰেম, ত্যাগ, ক্ষমা, কৰুণা, দয়া আৰু একনিষ্ঠতাই নাৰী চৰিত্ৰৰ বিশি-



ষ্টতাৰ, দৈৱী প্ৰকৃতিৰ সৌন্দৰ্যময় অলংকাৰ। সেইবাবেই নাৰী-সৃষ্ট সাহিত্য কলাৰ বিভিন্ন ক্ষেত্ৰতো এটি বিশিষ্ট ধাৰা সদায় ফুটি উঠে।

* * *

শিশু উন্নয়নমূলক ব্যৱস্থাত শিশুৰ মানসিক বিকাশ আৰু চৰিত্ৰৰ বিকাশৰ বাবে শিশু সাহিত্য এটি প্ৰধান আহিলা। ক'বলৈ দুখ লাগে, অসমৰ ভৱিষ্যতৰ গৌৰৱ ৰক্ষাকাৰী উঠি অহা এই অকণিহঁতৰ হাতত দিবলৈ আন আন ভাষাৰ দৰে আদৰ্শমূলক জাকজমকীয়া শিশু-পাঠ্য অসমত কেইখন? আন আন উন্নত দেশবোৰত বহু কৃতী সাহিত্যিকে কেৱল শিশু মনস্তত্ত্বমূলক সাহিত্য ৰচনাতে গোটেই জীৱন উছৰ্গা কৰিছে। বিবিধ শিশু-মনোৰঞ্জক সাহিত্য সৃষ্টি কৰি শিশু সমাজৰ মানসিক আৰু চৰিত্ৰ বিকাশত সহায় কৰিছে। এই শিশু সমাজেই হ'ব নতুন ভাৰত তথা নতুন অসম নিৰ্মাণকাৰী। আজিৰ শিশু সমাজক আমি এতিয়াৰেপৰা বিশ্বৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত প্ৰতিদ্বন্দিতা কৰিবলৈ গঢ় দিব লাগিব। আজি দেশৰ-জাতিৰ এইটো প্ৰধান আৰু আশু কৰ্তব্য বুলি ধৰা উচিত। শিশু-সমাজক সহজভাৱেৰে জ্ঞানৰ সোৱাদ দিব পৰা সাহিত্য সৃষ্টি কৰিবলৈ আমাৰ উদীয়মান শিশু-প্ৰেমী শিক্ষিতসকলে নিশ্চয় সময় আৰু চিন্তা কৰা উচিত হ'ব।

* * *

জ্ঞানৰ আনন্দই নিজৰ আত্মাক তৃপ্তি দিয়ে; কিন্তু জ্ঞানী সমাজৰ বিভিন্ন চিন্তাধাৰা মাতৃভাষাৰ যোগেদি নিজ দেশৰ জনসমাজত জ্ঞানৰ অমিয়া বিলাই দিব পৰাটোহে জ্ঞান আৰু শিক্ষাৰ প্ৰকৃত সাৰ্থকতা। বৈজ্ঞানিক, দাৰ্শনিক, চিকিৎসক, শিল্পী, জ্ঞানী সমাজে নিজ নিজ জ্ঞানৰ গভীৰতাৰে মাতৃভাষাৰ সেৱাৰ বৰঙনি দিবলৈ চেষ্টা কৰিলে অসমৰ বিশ্ব বিদ্যালয়ৰ গৌৰৱ চিৰস্থায়ী কৰিব পাৰিব। মৌলিক সাহিত্য সৃষ্টিশক্তি সকলোৰে আয়ত্তাধীন নহয়; কিন্তু অনুবাদ সাহিত্য অলপ যত্ন কৰিলেই সৃষ্টি কৰিব পাৰি। আমাৰ মাতৃভাষা পুষ্ট কৰিবলৈ হ'লে প্ৰত্যেক শিক্ষিতজনেই সেৱাৰ মনোভাৱ লৈ আগবাঢ়ি আহক। অনুবাদ সাহিত্যসম্পদ বঢ়াই দেশ ওপচাই পেলাবলৈ চেষ্টা কৰক।

—০—



চতুৰ্বিংশ অধিৱেশন

## স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰা

[১৮৯২-১৯৬৪]

সভাপতি

১৯৫৫ : গুৱাহাটী

মানুহে নিজকে যিমান স্বাধীন বুলি ভাৱে, প্ৰকৃততে সিমান নহয়। এফালে তেওঁ যেনে এজন মানুহ বিশেষ, আনফালে তেওঁ জাতীয় ভাৱ, কল্পনা আৰু নানা সাময়িক, পাৰিপাৰ্শ্বিক ভাৱ-ধাৰাৰ অধীন। তেওঁৰ গাত এই কাৰণেই অতীত, বৰ্তমান, ভৱিষ্যতৰ চিন পোৱা যায়। মানুহৰ পশু-প্ৰকৃতিৰ বাহিৰেও বিচাৰ-বুদ্ধি আৰু অনুভূতিও আছে। তেওঁ আনৰ মাজত নিজক প্ৰকাশ কৰিবলৈ বিচাৰে আৰু এই কাৰণেই তেওঁ লগ বিচাৰে তাক তাৰ মাজেদি তেওঁ আত্মপ্ৰকাশ কৰিবলৈ চেষ্টা কৰে।

* * *

কবি বা সাহিত্যিকৰ উদ্দেশ্য সৃষ্টি। কবিয়ে কবিতাত কোনো জ্ঞানৰ বিষয় প্ৰমাণ কৰিবলৈ নাযায়। তেওঁ অন্তৰ্দৃষ্টিৰে যিটো দেখিছে, তাকেই মাথোন মূৰ্তিমান কৰি জগতত প্ৰকাশ কৰিব। তেওঁৰ বিচাৰ, তৰ্ক, বিশ্লেষণ নাই। তেওঁ সত্যক পূৰ্ণতা দি প্ৰকাশ কৰিব, তাক যুক্তি, তৰ্ক বা বিশ্লেষণেৰে সংকীৰ্ণ কৰিবলৈ নাযায়। তেওঁৰ অন্তৰাত্মাই সহজে অভিনৱতাৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰৰ উৎসৰপৰা একো একোটি মূলভাৱ উঠে। তাকে তেওঁ



সাকাৰ কৰি জগতৰ আগত দাঙি ধৰে। এই যুগৰ কবিতা বা সাহিত্য-বিলাকত ঈশ্বৰৰ সৃষ্ট বস্তুৰ প্ৰতি প্ৰেম অকল মানুহতেই সীমাবদ্ধ নহয়, পশু-পক্ষী, কীট-পতংগ ইত্যাদিতো বিয়পি পৰিছে,

* * *

জগতৰ হৈ থকা ঘটনাবিলাকে মনৰ মাজত যি ভাৱৰ উদয় কৰে আনৰ মন মুহিব পৰা শক্তিৰে সৈতে সেই ভাৱৰ বিকাশেই সাহিত্য। মন আৰু কল্পনাই তাৰ সৃষ্টিকৰ্তা। ভাৱ তাৰ অংগ, মানৱ-সমাজেই তাৰ প্ৰকাশৰ স্থল। সাহিত্যৰ মধুময় ৰসে মানৱ সমাজক মোহিত কৰি থয়—এই সাহিত্যৰ মধুৰসেই ধনী, দুখীয়া সকলোৰে মন মোহাই তেওঁলোকৰ কল্পনাত এখনি অনিন্দ্য-সুন্দৰ ৰাজ্য সৃষ্টি কৰি তেওঁলোকৰ মনত আনন্দ দিয়াৰ লগে লগে আনৰ মনতো আনন্দ দিবলৈ সমৰ্থ হয়।

* * *

সাম্প্ৰতিক কবিতাৰ প্ৰকাশ-ভংগী আৰু ভাৱ-সংগতি লৈ সকলো পাঠকেই বিমোৰত পৰে। এই কবিতা পঢ়োঁতে মনটোক ইমান বেছিকৈ বাউসিত ধৰি জোকাৰি দিবলগীয়া হয় যে কলখোৱা ধাতুৰেই বাজ হ'বলগীয়া হয়; অথচ কবিৰ ভাৱৰ সংগতি বা বিসংগতিৰ লগত মনৰ ভাল পৰিচয় নঘটে। আমাৰ বোধেৰে এনে প্ৰকাশ অসংগত বা অসংযত চিন্তাৰে পৰিচয় হৈ থাকে বুলি ভয় হয়। ইয়াৰপৰা নতুন কবিসকলক ভাৱৰ আৰু প্ৰকাশৰ অসংযম শিকোৱাহে হয়। তাৰ ফল কি হ'ব পাৰে, অসমীয়া আলোচনীৰ পাতে পাতে।

* * *

বাহিৰৰ জগতৰ চিন্তাক আমাৰ কবিতাত ঠাই দিয়াত আমাৰ কোনো আপত্তি নাই। কাৰণ সেইটো যদি পাপ হয় সেই পাপত ময়ো বৰ বেছিকৈ পাপী হ'ব লাগিব। বনগীতৰেপৰা শ্বেলীলৈকে, ওমৰ খায়ামৰপৰা জাৰ্মান কবি হাইনলৈকে সকলোৰে ফুলনিতে মই বিচৰণ কৰিছোঁ; কিন্তু যদি ক'ৰবাৰপৰা এটি তলসৰা ফুল আনিছোঁ, তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছোঁ। এই যত্ন সফল হৈছে, বিফল হৈছে, সি অৱশ্যে আপোনালোকৰ বিচাৰৰ বিষয়, মোৰ নহয়। কিন্তু মোৰ উপলব্ধি — বাহিৰৰ চিন্তাধাৰাক আমাৰ সমাজত চিনাকি কৰি তুলিবলৈ হ'লে সহজ পন্থা অৱলম্বন কৰাই বাঞ্ছনীয় বুলি মোৰ মনত ভাৱ হয়। সেই চিন্তাক দুৰূহ কৰি কটুৰ ৰূপ দিয়াত কাৰ কি উদ্দেশ্য সাধিত হ'ব

পাৰে, মই বুজিব নোৱাৰোঁ। অনেক সময়তে এই কবিতাবোৰত অনুকৰণৰ চাপ পৰি থাকে। এই কথাই এটা ভাৱ সূচায় — সাম্প্ৰতিক কবিতা অনুকৰণ-শীলতা আৰু পৰীক্ষাৰ স্তৰৰ ওপৰ উঠা নাই।

* * *

ছন্দৰ ফালৰপৰা সাম্প্ৰতিক কবিতাত কি লাগিছে, মই নিজেই বুজিব পৰা নাই। কোনো আধুনিক কবিয়ে ক'ব, সাম্প্ৰতিক অসমীয়া কবিতাত ছন্দ বা সংগীত দিয়া তেওঁলোকৰ উদ্দেশ্য নহয়। কাৰণ, সেইবোৰ যদি কবিতাতে দিব ল'গা হ'ল, চেতাৰৰ গুঞ্জন, তবলাৰ লহৰ আৰু বাঁহীৰ লহৰীয়ে কি জগৰ লগালে? এনে উক্তি জগতৰ কোনো কবিতাৰ সমালোচকে কৰিছেনে নাই, বিশেষ খবৰ আমাৰ নাই; কিন্তু আদিম কালৰেপৰা সংগীত আৰু কবিতা নলে-গলে লগা বন্ধুৰদৰে বা কেতিয়াবা অভিন্ন; আদিম জীৱনৰ ধৰ্ম বা যাদুবিদ্যাৰ লগতেই কবিতাৰ জন্ম ছন্দত।

* * *

নতুন তৰপৰ লেখকৰ মাজৰ ভাষা-জ্ঞান, বিশেষকৈ বৰ্ণ বিন্যাসৰ জ্ঞানৰ অভাৱ হোৱা কাৰণে একালে তেওঁলোকৰ ভাষা খিচুৰী হ'বলৈ ধৰিছে, আনফালে অসমীয়া ভাষাৰ প্ৰকৃতি (Genius) অনুসৰি খণ্ডবাক্য আদি জতুৱা ৰূপ একেবাৰেই লোপ পাইছে। বহুত লেখকৰে আদৰ্শৰ বাবে চকু অসমীয়া প্ৰতিষ্ঠাপন্ন লেখকত নহৈ বংগ আদি বাহিৰৰ দেশৰ লেখকৰ লেখাতহে, যদিও তেওঁলোকে মুখেৰে বাহিৰৰ প্ৰভাৱ অস্বীকাৰ কৰে। অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ পাত মুকলি কৰিলে বৰ্ণ বিন্যাসৰ বিভ্ৰাটেই পোনতে পাঠকৰ চকুত খোঁচা-বিন্ধা আৰম্ভ কৰে। অলপ ভিতৰলৈ গ'লে দেখা পাব ভাষাৰ ঠাঁচ নিতে নিতে নতুন হ'ব লাগিছে: কাৰণ অনেক সময়ত লেখকৰ নিজৰ ভাষা ৰীতি নায়েই। আজি এটা শব্দ, কালিলৈ এটা খণ্ডবাক্য শিকি তেওঁলোকে ব্যৱহাৰ কৰে; পিছত সেইবোৰ প্ৰকাশৰ ৰূপ ৰ'দৰ আগত নিয়ৰ উৰা মৰাৰদৰে কেনিবা উৰা মাৰে।

* * *

আমি আমাৰ নিজ ভাষা আৰু সাহিত্যক সুস্থ-ডাঙৰ কৰিবলৈ বিচাৰোঁ; কিন্তু দেশৰ আৰু ভাষা-সাহিত্যৰ আশা-ভৰসাৰ স্থল ল'ৰা-ছোৱালীহঁতক কি কিতাপ পঢ়িবলৈ দিওঁ, ভাৱি চাইছোঁনে? তলৰ শ্ৰেণীৰ এখন অসমীয়া সাহিত্যৰ পাঠ্য মেলি চাওক! তাত ভাৱৰ দৈন্য আৰু প্ৰকাশৰ অক্ষমতা দুয়োটি দেখা পাব। তাত অসমীয়া জতুৱা গঢ়ৰ কোনো পৰিচয় নাই।



শব্দাৱলী অনেক সময়তে খিচুৰী। আখৰ জেঁাটনিৰ কোনো স্থিৰতা নাই। আমি টেক্সট বুক কমিটীক সুধিব পাৰোঁনে, ল'ৰাহঁতৰ ভাষা-জ্ঞান সমূলে লোপ পোৱাই কি শিক্ষা বিতৰণ কৰিবলৈ ওলাইছে?

* * *

অসম সাহিত্য সভাৰ যোগেদিয়ে নানা তৰহৰ সৰু সৰু পুথি সহজ সুৱলা ভাষাত ৰচনা কৰি গাঁৱে-ভুঁয়ে বিলাই দেশ-বিদেশৰ বাতৰি তেওঁলোকক জনাই তেওঁলোকৰ মন সুস্থ, সবল কৰি ৰথাৰ বাহিৰেও জাতিৰে সৈতে চিনাকি কৰি দিবৰ সুবিধা কৰি দিয়ক। স্বাস্থ্য সম্বন্ধেও এনে পুথি ৰচনা কৰি তেওঁলোকৰ স্বাস্থ্য ভালে ৰাখিবৰ উপায় জনাই, লগে লগে জনশিক্ষাৰ বাট তেওঁলোকক মুকলি কৰি দিয়ক। মোৰ এই দেশ ভাল, মোৰ দেশ সোণৰ অসম বুলি ভাৱিলেই নচলিব। সেই সোণৰ অসমৰ কেইজনে শিক্ষাৰ পোহৰ পাইছে, শংকৰ-মাধৱৰ দেশৰ কেইজনে লেখিব-পঢ়িব জানে, এই সকলো বিষয়ে চিন্তা কৰি তেওঁলোকে সহজে চলিব পৰা বাটেদি তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ কৰি তেওঁলোকৰ মন মুকলি কৰি অসমৰ চাৰিওফালে সকলোকে সমানে সামৰিব পৰা কৰি দিয়ক। এই কাম অসম সাহিত্য সভাই সুচাৰুৰূপে সমাধা কৰিব পাৰিব। স্বাস্থ্য সম্বন্ধেও সাধাৰণে বুজিব পৰা আৰু চলিব পৰা সহজ ভাষাত লিখা পুথি তেওঁলোকৰ মাজত বিলাই যাতে তেওঁলোকে নিজে নিজে স্বাস্থ্য সম্বন্ধে সচেতন হ'ব পাৰে, তাৰ উপায় কৰি দিয়ক। আমি যদি জনজাতীয় লোকসকলক কোনো ক্ষেত্ৰত আকৰ্ষণ কৰিব পৰা নাই, বুজিব লাগিব, আমাৰো কোনোবাখিনিত দোষ আছে। তেওঁলোকৰ ভাষা, তেওঁলোকৰ লোক-সংস্কৃতি, তেওঁলোকৰ মৌখিক সাহিত্য অধ্যয়ন কৰি তেওঁলোকৰ বুকুৰ কাষ চাপিবলৈ আমি শিকিব লাগিব। মুঠতে, মৰম, ত্যাগ আৰু বুজা-বুজিৰ ভাৱ নহ'লে তেওঁলোকক আমাৰ মাজলৈ আনিব নোৱাৰি।



সভাপতি

১৯৫৬ ঃ ধুবুৰী

ৰূপালীজয়ন্তী অধিৱেশন

## শ্ৰীবেণুধৰ শৰ্মা

[১৮৯৪]

অসম সাহিত্য সভাৰ আজি ৰূপালী জয়ন্তী। পোনাই ক'বলৈ হ'লে, সাহিত্য সভা আজি ২৫ বছৰীয়া ডেকা, পূৰ্ণ যৌৱনত ভৰি দিছেহি। ব্যক্তিগত জীৱনত হ'লে, এই বয়সতে To do or die "কৰেংগ কি মৰেংগ" নাইবা, "কাৰ্যৰ সাধন কিম্বা শৰীৰ পতন," বুলি সংকল্প ল'বৰ সময়। ঘৰতো চ'তি-মাৰলি সলাবৰ হয়। সেইদেখি, আমাৰ সাহিত্য সভায়ো অসমীয়া সাহিত্য সৌৰভ, বিভৱ-বিভূতি লোকক বিলাবলৈ গা কটালিবৰ হ'ল।

* * *

কঠোৰ ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিব পাৰে যি, সাহিত্যও জীৱন্ত কৰিব পাৰে সিহে। "ৰসাত্মকং বাক্যং"। ৰস সাহিত্য প্ৰাণৱন্ত কৰা গুণটিকে স্বাস্থ্য বুলি ক'লে বঢ়াই কোৱা নহয়। সাহিত্যৰ স্বাস্থ্য যাতে নিৰোগী, নিঘূণী, সুস্থ আৰু সৱল হয় তাৰ নিমিত্তে নিৰন্তৰ দৃষ্টি ৰখা কৰ্তব্য। ধৰ্ম সাধনৰ প্ৰধান আৰু প্ৰথম চেষ্টা শৰীৰ ৰক্ষা। স্বাস্থ্যলৈ আওকাণ কৰিলে বাহ ৰোগে বাহ লয়। সাহিত্যৰ স্বাস্থ্যলৈ সেইদৰে আওহেলা কৰিলে কুনীতি, কুৰুচি আৰু কুআদৰ্শই সাহিত্যত ঘুণে ধৰে। সাহিত্যৰ সমল "ভজুৱা"



অৰ্থাৎ ভেজাল আৰু ঘুণগুৰিবিশিষ্ট হ'লেও প্ৰকৃত মনুষ্যত্ব লাভ কৰিব নোৱাৰি। সাহিত্যতো ব্ৰহ্মচৰ্যৰূপ সাধনা লাগে। তেহে, জাতি এটিক সাহে-পিতে গদাধৰ কৰিব পাৰি যি জাতি মৰণ পথৰ পথিক, সেই জাতিৰ ভাৱ সম্পদ জড় বা জগাকাঠ, আশা-আকাংক্ষা নিস্পন্দ, কাৰ্যপন্থাত পাছৱল দিয়া আৰু উৎসাহ-উদ্দীপনাও ফুলজাৰী সদৃশ। ক্ষন্তেক জ্বলিয়েই নুমাই থাকে। অচিৰেই তেনে জাতিৰ পতন অৱশ্যম্ভাৱী। সাহিত্যত ব্ৰহ্মচৰ্য ধৰ্ম ধৰিব পাৰিলেহে বহিৰ্জগতৰ সকলো আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ মূৰ দাঙি উঠিব পাৰি আৰু কুমাৰণী বাহৰদৰে সকলো বিজতৰীয়া বীজাণুক ধ্বংস কৰি আপোন জাতলৈ তুলি ল'ব পাৰি। "ঢাল নাই তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ' হৈ যুদ্ধক্ষেত্ৰত বীৰত্ব দেখুওৱা যেনে, লাচিতৰ সন্তান হ'লেও, ব্ৰহ্মচৰ্য'ৰ মূৰ খাই মোগল মাৰিবলৈ যোৱাও তেনে। গতিকেই, ব্ৰহ্মচৰ্য ধৰ্মটিক সাহিত্যৰ ভিতৰ কাৰেঙত দীপলিপ কুঁৱৰীকৈ আবুৰত ৰাখিব লাগিব।

* * *

ভাষাই অসমীয়া ভাৱৰ বাহন। এই ভাৱৰেই প্ৰতিবিম্ব অসমীয়া সাহিত্য। অসমীয়া সাহিত্য অসমীয়া জাতিৰ প্ৰতীক। জাতীয় ধৰ্মশূন্য সাহিত্য, সেই দেখি, এটি জ'কা মাথোন; সি কাকো অনুপ্ৰাণিত কৰিব নোৱাৰে।

* * *

ঐতিহ্য ভ্ৰষ্টৰ ভয়ত পুৰণি সোঁতটোতে কোঢ়ামুঠীয়াকৈ খামোচ মাৰি ধৰি থাকিলেও, গতিশীল জগতত দুৰ্গতি হোৱা ধ্ৰুৱনিশ্চয়। চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলা যেনে সুবিজ্ঞতাৰ পৰিচায়ক; দিক্‌চৌ বাটৰ অজীৰ্ণ কল্পনাৰে নগ্ন আদৰ্শ পূজা কৰাও তেনে ভয়ংকৰ অভিজ্ঞতাৰ চিন। জাতীয় সাহিত্যৰ সিংহ দুৱাৰত মাতৃভাষাৰ বিজয় বৈজয়ন্তী উৰুৱাবলৈ হ'লে এনেবোৰ দোধোৰমূৰীয়া ব্যৱধানত সাকো পাৰিব লাগিব শিলৰ-শিঙীমূৰী জোৰা দি নহয়। সেই সাকোঁকে পাৰিব পাৰে জাতীয়তাৰ দায়িত্ববোধ থকা নিৰ্ভীক, নিঃস্বাৰ্থ আৰু নিষ্কলংক চৰিত্ৰৰ একনিষ্ঠ সাহিত্য-সেৱীয়েহে। শ্ৰোতা-বক্তাৰ যি সম্বন্ধ, সাহিত্যসেৱী আৰু অনুৰাগীৰো সেই সম্বন্ধ। সেই গুণে, কাল আৰু ব্যৱধানৰ সমতা ৰক্ষা নকৰা কৰাত সাহিত্যসেৱী আৰু অনুৰাগী উভয়েই সমানে পাপ-পুণ্যৰ ভাগী। জীৱন্ত আৰু বলৱন্ত সাহিত্যই সমতা ৰক্ষা কৰাৰ প্ৰধান কৱচ।

* * *

নপঢ়ি নুশুনি ওজা হোৱা ক'তো শুনা নাই। "ধুনিবিলাক বতাহবিলাকে

উৰাই নিছে,” ই কোন দেশৰ ভাষা ? ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰাত ব্ৰহ্মচৰ্য ধৰ্ম বুলি আগত উনুকিয়াই অহা হৈছে। অভিধান-ব্যাকৰণেই ভাষা চৰ্চাৰ প্ৰধান সম্বল। বাক্য ৰচনাৰো সেয়ে আহি ; কিন্তু বৰ্তমান অভিধান-ব্যাকৰণ খেলি-মেলি লাগি অসমীয়া ভাষাও পথাৰৰ মূঢ়া যেন হৈছে আৰু যাৰে যেনে ইচ্ছা তেনেদৰেই নাচিছে। সেইবোৰৰ সমালোচনা বাতৰি কাকতত ধাৰাবাহিকৰূপে প্ৰকাশ হৈয়ো আছে। অভিধান ৰচকে সেইবিলাকলৈ চকু দিয়ে যেন।

* * *

বিদেশী হ'লেও, সৰ্বসাধাৰণে নিতৌ ব্যৱহাৰ কৰা শব্দ একোটা পৰিভাষাৰ নিয়াৰিত দি হাঁতুৰী লগাবৰ আৱশ্যক নাই। যেনেকৈ আছে তেনেকৈ যথা-শিৰ, তথা-থিয়কৈ থোৱাই ভাল।

* * *

অসমীয়া আখৰৰ ছুঁই স্পৰ্শ কৰিলে হিন্দী আখৰকিটা কেনেবাকৈ সং দোষত পৰি কলুষিত হ'ব পাৰে, এই ভয়তে হ'বলা, কোনো কোনো পৌৰবাসীয়ে অসমীয়া নগৰত টাবচিলিডিব (ছাইনব'ৰ্ড) পৰা অসমীয়া আখৰক কলীয়াপানীলৈ মেলিছে। এনে অতিভক্তিয়ে কেতিয়াবা আমাৰ অসমীয়া ভাষাটোক খালত পেলাবগৈ দেই ! কলোঁ একা। এইবিধ অতিভক্তক কোঁট দি থ'বৰ হ'ল।

* * *

শুদ্ধ অসমীয়া কোৱাজনে, “ভাল চাহ ইয়াত পোৱা যায়” বুলি নকয় ; কয়—“ইয়াত ভাল চাহ পায়” বুলিহে। বিদেশী শব্দ এটা পালে তৎক্ষণাৎ তৰ্জমা কৰা টান। সেই বুলি বঙলা কাকতৰ গোট টোপটো গোটে গোটে গিলিলে বৰশীত লগা মাছটোৰ দশা নহ'ব জানো ? আজি-কালি বাতৰি কাকত অকল বাতৰিৰে কাকত হৈ থকা নাই ; তিনিখিলা কাগজতে সপ্তাহত তিনিবাৰকৈ বিধে বিধে লেজুৱা প্ৰবন্ধও পঢ়িবলৈ পোৱা হয়। প্ৰবন্ধ-পাতিবোৰ উচ্চস্তৰৰ হোৱা বাঞ্চনীয়। হোৱায় নোহোৱায় ভাদমহীয়াও কিমাননো চ'তৰ বিহুৰ ঢোল কোবাই থাকিব ? দৃষ্টিভংগী তুচ্ছত পেলাই উচ্চলৈ যাব খোজোঁতে, তুচ্ছতাৰ নিকৃষ্ট নগ্ন ছবিবোৰ আঁকি সাহিত্য আৰু সমাজৰ মানভঞ্জন নকৰে যেন। সাহিত্য সমাজবাদী হ'লেও ভদ্ৰতাশূন্য হ'ব নোৱাৰে। বাস্তৱৰো সীমা আৰু মৰ্যাদা আছে। বস্তুৰ বস্তু বস্তুতহে ভাল লাগে। আৱতৰীয়া বেঙেনা কোনেও ভাল নাপায়। বৰষুণ গ'লে



জাপি লোৱা যেনে, অসময়ত বজোৱা বাঁহীৰ সুৰো তেনে।

* * *

দূৰৈৰপৰাহে পৰ্বতটো শুৱনি, ওচৰখন খলা-বমাৰেই ভৰা। আপুনি যেতিয়া কৰ্ণভৰি “আকাছ বাণী” শুনিবলৈ উপবেশন কৰিব, তেতিয়া এনেহে লাগিব যেন 'আকাছহুন্দুভি'ৰ কোবত উভৰি অসমীয়া উচ্চাৰণৰ শিলগুটিবোৰ ঠন্ ঠন্ কৰে আপোনাৰ কাণতে ভাগিছেহি ; গুৱাহাটীৰ “আকাছ বাণীয়ে” অসমীয়া ভাষাক “নীলম্বৰীয়া” কৰিবলৈ চেষ্টা কৰাৰ আগলি বাতৰিও পোৱা হৈছে। পানীৰ চিন ভেঁটত। ভিতৰলৈ নোযোৱাকৈয়ে বাহিৰত প্ৰকাশ হোৱা কেন্দ্ৰৰ দৈনিক কাৰ্যসূচী চালেই সেই লক্ষণৰ উমান পোৱা যাব। এইবাৰে জগৰীয়া আমি। অনা অসমীয়া শিল্পীয়েই অসমীয়া ভাষাৰ কাণ্ডাৰী হৈ বহিছে আৰু আমি তেওঁলৈ মুখ মেলি চাই আছোঁহক। অনা অসমীয়া ৰেৰ্ক'ড, 'ৰিলে' আৰু ওপৰৰপৰা ঠাহি পঠিওৱা কাৰ্যসূচীৰ মাজত অসমীয়া শিল্পীয়ে মূৰ সুমাবলৈ সন্ধিকে নাপায়। সাহিত্য সভাই ইয়াৰ প্ৰতিবিধান কৰিবলৈ এক্তিয়াৰ লাভ কৰিব লাগে।

* * *

যি জাতিয়ে মহৎলোকক সন্মান কৰিব নাজানে বা কৰিবলৈ নিশিকে, সেই জাতিৰ মাজত কেতিয়াও মহৎলোক আবিৰ্ভাৱ হ'ব নোৱাৰে। অন্তৰীক্ষত থকাজনক বিচাৰি আমি হাবথুৰি খাওঁহক ; অথচ, যিজনে আমাৰ চকুৰ আগতে প্ৰত্যক্ষভাৱে জীৱন-মৰণ পণ কৰি জাতিটোক ৰক্ষা কৰিলে, সেই-জনক স্মৰণ কৰাটো কৰ্তব্য বুলি নধৰোঁ।

* * *

অসমীয়া পাঠ্যপুথিসমূহৰ ভাষা-বেমেজালি সম্পৰ্কে অভিযোগৰ অন্ত নাই। অভিযোগবোৰ নিয়ন্ত্ৰিতভাৱে উত্থাপন কৰি নিৰ্দিষ্ট পথত পেলাব পাৰিলেই সিহঁতে আপোনাআপুনি বাট ল'ব। পাঠ্যপুথিত থকা ভুল-ভ্ৰান্তিবোৰ দেখুৱাই ভালেমানে বাতৰি-কাকতত চিঠি প্ৰবন্ধ লেখে। কিন্তু সেইবোৰ পঢ়ে কোনে ? সকলো অৰণ্যত ৰোদন। হিমালয়ত বহা তপস্বীসকলে যদি, প্ৰত্যেকটো মহৰ কামোৰতে, পিঠিত থপৰিয়াবলৈ হ'ল, তেন্তে তপস্যাৰ মূল্য থাকিব ক'ত ? গতিকে তপস্যাৰতসকলৰ তপস্যা নাভাঙি আমাৰ সভাৰ সভ্যসকলেই ভাষাৰ দোষবোৰ সংগ্ৰহ কৰি দিলে বা আঙুলিয়াই দিলে সাহিত্য সভাই আনুষ্ঠানিকভাৱে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা হাতত ল'ব পাৰে।

* * *

গ্ৰন্থালয় বিভাগৰ কৰ্তৃপক্ষসকলে এইটোও জনা উচিত যে সজ সাহিত্য বাছনিও এক, কিতাপ বেচা দোকানৰ স্বাৰ্থও এক। দোকানৰ উদ্দেশ্য ধন ঘটা আৰু গ্ৰন্থালয়ৰ উদ্দেশ্য জ্ঞান বিস্তাৰ কৰা। সেইদেখি কৰ্তৃপক্ষই পোনে পোনেই পুথিভঁৰালক অসমীয়া কিতাপ যোগাবলৈ আদেশ নিদি, নিজে সমাজৰ উপযোগী বিশুদ্ধ সাহিত্য পুথি বাছি, বাছনিমতে সেইবোৰ পঠিয়াবলৈ নিৰ্দেশ দিয়াটোকেহে সকলোৱে কামনা কৰে। নহ'লে, শিয়ালৰ কাণত মঙহৰ ভাৰ দিয়া হয় মাথোন। তেনে ব্যৱস্থাৰদ্বাৰাই কোনো এক ব্যৱসায়ী চহকী হয় স'চা সাধাৰণ পাঠক শ্ৰেণী হ'লে তেনেই দুখীয়া হৈয়ে থাকে।

* * *

অসমৰ মাটি আৰু জলবায়ুত জন্ম হোৱা বাদ্য-যন্ত্ৰেৰে সমলয় এটি উদ্ভাৱন কৰিব নোৱাৰিনে? চিফুং বাঁহীৰেপৰা আৰম্ভ কৰি টকা, পেঁপা, গগনা সুতুলি, শিঙা, বীণলৈকে যিমান গীত-মাত গোৱা বাজনা আছে, সেই আটাইবোৰৰে মাত মিলাই নতুনকৈ সংগীত কিছুমান ৰচিবৰ দিন হৈছে। অৱশ্যে নাই বুলিলে সাপতো বিষ নাই। ভাৰতৰ নামত উদ্বাউল হৈ অসমীয়াত্ব বিসৰ্জন দিলে, অৱশ্যে আমাৰ মাত মাতিবলৈ ঠাই নাই। সেই বুলি, আমাৰ প্ৰাণত নলগা, গাজত নবহা, গান একোটা এশবাৰ গাই ফুৰিলেও আমাৰ গা নুঠে। অসমৰ শতকৰা ৯০ জনেও যেতিয়া ভাৰতবৰ্ষৰ স্বৰূপ দৰ্শন কৰিবলৈ সমৰ্থ হোৱা নাই, তেনেস্থলত পোনপ্ৰথমেই অসমীয়া তাল-মান-সুৰ-সঞ্চাৰেৰেই অসমীয়া ভাষাৰে গীত ৰচনা কৰি সংগীতলৈ ধাউতি বঢ়োৱা যুগুত।

* * *

আগৰ কালত লংকালৈ যেয়ে যায়, সেয়ে বোলে, বাৱণ হয়। আজি-কালি অসমলৈ যেয়ে আহে সেয়ে বৰমটা হয়, সেয়ে "নপতা ফুকনো" হয়। আমিও সেইসকলক সন্মানেৰে বুৰাই পেলাওঁহঁক। মূৰত উঠিবলৈ পোৱাজনে কেতিয়াও ভৰিলৈ নানামে। আমাৰ জন্মভূমি আমি আৱিষ্কাৰ কৰিবলৈ অপাৰগ। সেইবাবে, সেইসকলৰ বাক্যই ব্ৰহ্মবাক্য হয়। এনেকুৱা আলহী খোৱা কিছুমান অভ্যা-গতেই অসম, অসমীয়া আৰু পৰ্বত-ভৈয়ামৰ সম্বন্ধ সম্পৰ্কে একোটা-একোটা অনুদঘাট অপপ্ৰচাৰ কৰে। সেইবোৰ কেৰ্চুৰে গাতৰ মুখলৈ মূৰ উলিয়াওঁতেই আমি লোণ-পানী নিদিয়াৰ ফলত, সিবিলাকৰ ক্ষন্তেকীয়া কাল্পনিক বিৱৰণী-কেই মূৰকত প্ৰমাণমূলক মত বুলি সাক্ষী দিবলগীয়া হয়গৈ।



* * *

জোৰপুৰি বৰলাৰ হাত পালেহি। ইমান দিনে, চাওঁতে-চিতোঁতে চক ফুটি জোলেই গ'ল। আজি কি শুনিব কোচবেহাৰ গ'ল, কাইলৈ শুনিব কাছাৰ গ'ল, পৰহিলৈ বোলো শদিয়া, কহিমা গ'ল, তাৰ পিছত খবৰ ওলাব বোলে কলঙৰ ভাটীডোখৰো গ'ল। ঈশ্বৰে নকৰক, যদি সেয়ে হয়, অসমীয়া ভাষালৈ নো থাকিল কিটো? মূলান চাহাবে স'কিয়াই থৈ যোৱা আমাৰ মূৰটোৱে, পেটটোৱে? এই দৰেই যদি আমাৰ ভাষা-ৰাজ্যত খহনীয়া-ব্যাধি লাগিবলৈ হ'ল, অসমীয়া ভাষাই গা কটালি হৃষ্ট-পুষ্ট হয় কেনেকৈ? শুকাই-খীণাই হাড়তে হেৰায় দেখোন! তাৰ পাছত বা আৰু কি?

* * *

অসম সাহিত্য সভাৰ নাম কিন্তু অসমীয়া নহয়, অসমহে। গতিকে, অসমেই যাৰ মাতৃভূমি আৰু অসমৰ অন্নেৰেই যি লালিত-পালিত, সেই সকলোলৈকে অসম সাহিত্য সভাৰ দুৱাৰ মুকলি। অসম প্ৰদেশৰ হিতাকাংক্ষী মাত্ৰেই ইয়াত ভুক্ত হৈ মুক্তভাৱে অসমীয়া ভাষাৰ 'মধুচক্ৰ' ৰচনা কৰিব পাৰে।

—০—



ষড়বিংশ অধিবেশন

## স্বৰ্গীয় পদ্মধৰ চলিহা

[১৮৯৫খৃঃ-১৯৬৯খৃঃ]

সভাপতি

১৯৫৮ ঃ তিনিচুকীয়া

অনেকৰ এটি ভুল ধাৰণা আছে যে সাহিত্য মাত্ৰ কবি নাইবা লেখক লেখিকাসকলৰ একচেটিয়া সম্পত্তি। এই ধাৰণা নিতান্ত ভ্ৰান্তিমূলক। প্ৰকৃত সাহিত্য নিখিল বিশ্বৰ যাউতিযুগীয়া সম্পত্তি। সাহিত্য চৰ্চা আৰু

**সাহিত্য কি ?**

আৰু আলোচনা কৰিবলৈ, সাহিত্যৰ অমৃত পান কৰিবলৈ, কি কবি, কি অকবি, কি গাঁৱলীয়া, কি নগৰীয়া; কি বিষয়া, কি ব্যৱসায়ী, কি ধনী, কি দুখীয়া সকলোৰে সমান অধিকাৰ আছে। সংস্কৃতত এষাৰ কথা আছে, "কবিঃ কৰয়তে কাব্যং, ন চ জানাতি তদ্‌ৰসম্।" কবিয়ে কাব্য ৰচনা কৰি মৌচাক সাজে ; তাৰ মৌ বিচাৰি উলিয়ায় আৰু দহজনক বিলায় সমালোচকে আৰু হেঁপাহেৰে পান কৰে পাঠক-পাঠিকাই আৰু জনসাধাৰণে।

* * *

সাহিত্য মানৱ জাতিৰ অক্ষয় আৰু অবিনশ্বৰ ভাব-চিন্তাৰ ভঁৰাল। মানৱৰ মনুষ্যত্ব বিকশিত আৰু বিকাশিত কৰিবলৈ হ'লে নতুন নতুন ভাৱৰ সঁজুলি



গোটাব লাগে। মানুহ খাবলৈ জীয়াই নাথাকে, জীয়াই থাকিবলৈহে খায়। পশু-পক্ষী আদি ইতৰ জীৱবিলাকে মাত্ৰ অস্তিত্ব ধাৰণ কৰে, মানুহে ধাৰণ কৰিব লাগিব প্ৰকৃত জীৱন (Animals exist but men live)। আহাৰ,নিদ্ৰা, মৈথুন, এই তিনিটাৰ চিন্তাত মগ্ন হৈ তামসিক বা ৰাজসিক গুণত লিপ্ত থাকিলে মানুহ পশু-শ্ৰেণীত পৰেগৈ। সৃষ্টিৰ জীৱ মানৱ 'ভাত ৰাজ'ত আবদ্ধ নাথাকি 'ভাব ৰাজ্যতো' থাকিব লাগিব। নতুন কথা জানিবলৈ, নতুন ভাব, নতুন আদৰ্শ সাৱটি ল'বলৈ আৰু লগে লগে দেহ, মন, আত্মাৰ সামঞ্জস্যপূৰ্ণ উৎকৰ্ষ সাধন কৰিবলৈ প্ৰকৃত মানৱ মাত্ৰৰে হাবিলাষ হোৱা নিতান্ত বাঞ্ছনীয়। সাহিত্যৰ জৰিয়তেহে নিজক জনা, জগতক জনা আৰু অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ আভাস পোৱা সম্ভৱপৰ হয়। অকল ঐহিক বিষয়-বাসনাত মত্ত হৈ স্বাৰ্থত মজি থাকিলেই মুক্তি আৰু শান্তি লাভ কৰা দুৰূহ। নিজকে কেন্দ্ৰ কৰি অনবৰতে ঘূৰি থাকিলে কবীন্দ্ৰ ৰবীন্দ্ৰনাথে কোৱাৰদৰে পাকঘূৰণি খাই মৰিব লাগিব।

* * *

জগতৰ আদি ভাষাৰ বিষয়ে এতিয়াও ঠাৱৰকৈ খাটাং সিদ্ধান্তত উপনীত হ'ব পৰা নাই। সংস্কৃত আৰু আৰবী ভাষাই আটাইতকৈ প্ৰাচীন বুলি ভাষাবিদসকলে কয়। প্ৰত্নতাত্ত্বিক আৰু ভাষাবিদ্ পণ্ডিতসকলৰ মতে অতি অতীজতে আৰ্যবিলাক একেলগে একে ঠাইতে বসতি কৰোঁতে একেটি ভাষা ব্যৱহাৰ কৰিছিল। এই ভাষাটিৰ কাল্পনিক নাম 'ইণ্ডোয়ুৰোপীয়ান দিয়া হৈছে। এই ভাষা-ভাষী আৰ্যবিলাক ঘটনাচক্ৰত চাৰিওফালে সিঁচৰিত হৈ থানবান হোৱাত তেওঁলোকৰ ৰীতি-নীতি, আচাৰ-পদ্ধতি আদিও বেলেগ বেলেগ ধৰণৰ হ'ল, আৰু তাৰ লগে লগে তেওঁলোকৰ ভাষাবো ইমান ব্যৱধান ঘটিল যে সেই ভাষাবোৰৰ গুৰি যে একেটাই তাক ঠাৱৰ কৰা কঠিন হৈ পৰিল। আজি ১৭০ বছৰমান হল, গ্ৰিম প্ৰমুখ্যে ভাষাতত্ত্ববিদসকলে সেই ভাষাবিলাকৰ সাদৃশ্য আৰু গুৰি বিচাৰি উলিয়ালে। কিছুমান সৰ্বনাম, সংখ্যাবাচক শব্দ বৈয়াকৰণিক আকাৰ আৰু ঘৰুৱা কথা জগতৰ সকলো ভাষাতে প্ৰায় একে প্ৰকাৰে থকা দেখা যায়। উদাহৰণস্বৰূপে ক'ব পাৰি, সংস্কৃত 'পিতৃ' শব্দটো লেটিনত pater, ইংৰাজীত father, আৰু কালক্ৰমত বংগ ভাষাত পিতা, অসমীয়াত পিতাই বা পিতাদেউ হ'ল। সংস্কৃত 'হংস' শব্দটো ডচ্ ভাষাত hans, জাৰ্মান ভাষাত gans, ইংৰাজীত gander - goose, বঙলাত হাঁস আৰু অসমীয়াত হাঁহ হ'লগৈ।

* * *

আমি যে কেৱল চৰ্মচকুৰে দেখা বাস্তৱ জগতৰ কথাকে ভাৱোঁ বা চিন্তা কৰোঁ এনে নহয়; কল্পনা চকুৰে দেখা কল্পজগতৰ কথাও ভাৱোঁ আৰু আলোচনা কৰোঁ। আমি আনৰ আগত মনোভাৱ ৰেকত কৰিবলৈ ভাল পাওঁ। আমাৰ কেতিয়াবা বৰকৈ খং উঠিলে; ওচৰত কাকো নাপালে ঘৰটোৰ ভিতৰতে অকলে বলিয়া মানুহৰদৰে বকি নাইবা উগ্ৰমূৰ্তি ধৰি দপ্‌দপাই থাকোঁ; কিন্তু কাৰোবাৰ আগত খং উঠাৰ কাৰণটো ভাষাৰে প্ৰকাশ কৰিবলৈ পালে খংটো অলপ মাৰ যায়। আমাক শোকে-বেজাৰে খুন্দা মাৰি ধৰিলে, কোনো বন্ধু-বান্ধৱৰ আগত মনৰ বা হিয়াৰ আৱেগটো প্ৰকাশ কৰিবলৈ পালে উপশম আৰু সান্ত্বনা পোৱা যায় আৰু হিয়াৰ ভাৰ বহু পৰিমাণে পাতলে। কোনো কাৰণত আমাৰ বৰকৈ আনন্দ লাগিলে সেই আনন্দৰ কথা অইনক ভালকৈ জনাবলৈ পালে আৰু সিজনৰ ভাল প্ৰতিক্ৰিয়া দেখিলে, আনন্দৰ মাত্ৰা দুগুণে চৰি উঠে। প্ৰকাশতেই আনন্দ, জেউতি মাধুৰী; অপ্ৰকাশতেই নিৰানন্দ; বিষাদ, অন্ধকাৰ। গতিকে দেখা গল, মনৰ বিক্তগত ভাৱ ব্যক্ত কৰা। দহজনৰ কথা আলচ কৰা আৰু বাস্তৱ জগতৰ বাহিৰেও আৰু এখন কাল্পনিক জগতৰ কথা চিন্তা কৰাৰ এই যে স্বভাৱসুলভ প্ৰবৃত্তি ইয়াক চৰিতাৰ্থ কৰাৰ উপায় হৈছে ভাষা আৰু এই ভাষাক যাউতিযুগীয়া আৰু মানৱজাতিৰ হৃদয়ংগম কৰি সুশৃংখল আৰু সুন্দৰভাৱে লিপিৱদ্ধ কৰিলেই সাহিত্যৰ সৃষ্টি হয়।

* * *

**শংকৰী বা সোণালী যুগ**

১৪৫০ খৃষ্টাব্দৰপৰা ১৬৫০ খৃষ্টাব্দলৈকে এই কালছোৱাক অসমীয়া সাহিত্যৰ নৱন্যাস বা নৱজাগৰণৰ (The Age of Renaissance) বা শংকৰী যুগ বোলা হয়। এই যুগৰ অসমীয়া সাহিত্যক 'এলিজাবেথান সাহিত্য'ৰ লগত সহজে বিজাই সোণালী যুগ বুলিব পাৰি। মহাপুৰুষ শ্ৰীশংকৰদেৱ অকল ধৰ্মৰ গুৰুৱেই নহয়; অসমীয়া সাহিত্য, অসমীয়া সংস্কৃতি, অসমীয়া শিল্পকলা, অসমীয়া সমাজ গঠনৰো পৰম গুৰু। একশৰণীয়া দিনৰ ভাগৱতী ধৰ্ম বা নৱবৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তন আৰু প্ৰচাৰ কৰাৰ লগে লগে সেই ধৰ্মভাৱৰ অনুপ্ৰেৰণাতে ভাৰতৰ ভিন্ ভিন্ পুণ্যক্ষেত্ৰৰ সংস্কৃতি আৰু সাহিত্যৰ সৰ্বোৎকৃষ্ট সমল গোটাই মূল সংস্কৃত শাস্ত্ৰ আৰু সাহিত্য তন্ন তন্নকৈ মন্থন কৰি অসমৰ জলবায়ু, অসমৰ পৰিস্থিতি; অসমীয়া জাতিৰ প্ৰতিভাৰ লগত বজিতা খুৱাই, খেলিমেলি হৈ থকা 'কৃষ্টি'ৰ ঠাইত



এটি বিৰাট বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি গঢ়ি তুলিলে; গধুৰ ভাৱ আৰু মধুৰ ভাষাৰ বৰগীত; উচ্চ ধৰণৰ ৰাম বিজয়, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, কালীয় দমন, ৰাসক্ৰীড়া আদি অংকীয়া নাট, কীৰ্তন, ঘোষা, দশম, ভক্তি প্ৰদীপ (সংস্কৃত) আদি বহুমূলীয়া গ্ৰন্থ ৰচি অসমীয়া সাহিত্যক জাকত-জিলিকা সমৃদ্ধিশালী আৰু সৌষ্ঠৱপূৰ্ণ কৰিলে। সত্ৰ, নামঘৰ আদি প্ৰতিষ্ঠা কৰি অসমীয়া সমাজ সুদৃঢ় আৰু সুশৃংখলভাৱে সংগঠিত কৰিলে। শ্ৰীশংকৰৰ প্ৰধান ভক্ত আৰু সাংস্কৃতিক উত্তৰাধিকাৰী শ্ৰীমাধৱদেৱৰ অমূল্য অৱদান 'নামঘোষা' (যাক অলপতে বৃন্দাবনৰ বৈষ্ণৱ বিশ্ববিদ্যালয়ে হিন্দী আৰু ইংৰাজী ভাঙনিৰে বিত্তোপনকৈ প্ৰকাশ কৰিছে), ভক্তি ৰত্নাৱলী, অমূল্য ৰত্ন, ৰাজসূয় যজ্ঞ, বৰগীত, চোৰধৰা, পিম্পৰা গুচোৱা আদি নাট অসমীয়া সাহিত্যৰ বহুমূলীয়া সম্পদ।

* * *

**আধুনিক সাহিত্যৰ ধাৰা**

'জগৎ' শব্দটোৱে বুজায় যে সি গতিশীল; পৰিবৰ্তন জগতৰ ৰীতি। যুগৰ প্ৰভাৱ সামাজিক; ৰাজনৈতিক, সাংস্কৃতিক, অৰ্থনৈতিক, সকলো ক্ষেত্ৰতে পৰাৰদৰে সাহিত্য ক্ষেত্ৰতো পৰিবই। পাশ্চাত্য শিক্ষা বিস্তাৰৰ লগে লগে পাশ্চাত্য ভাৱধাৰাই ভাৰতৰ অইনবিলাক প্ৰদেশৰদৰে অসমকো প্ৰভাৱান্বিত কৰিলে আৰু ইংলণ্ডৰ 'ৰোমাণ্টিক ৰিভাইভেল'ৰ ৰেখাপাতৰ খ্ৰীষ্টিয় উনবিংশ শতিকাৰ শেষডোখৰত 'জোনাকী' আৰু 'বিজুলী' যুগৰ কবিতাত সেই ৰেখাপাত পৰাৰ নিদৰ্শন স্পষ্টকৈ প্ৰতীয়মান হয়। নতুন প্ৰকাশভংগী, নতুন বিষয়-বস্তু, নতুন আশা-আকাংক্ষা, প্ৰেমৰ উচ্ছ্বাস, মানৱতাৰ উচ্চাদৰ্শ, জ্বলন্ত স্বদেশপ্ৰেমৰ অগ্নিস্ফুলিংগ ৰোমাণ্টিক যুগৰ কবিতা আৰু অন্যান্য ৰচনাৰ ঘাই লক্ষণ। দ্বিতীয় মহাসমৰৰ পিছৰপৰাই আধুনিক সাহিত্যত এটা অভিনৱ পৰিৱেশৰ সৃষ্টি হৈছে। এই নতুনৰ আন্দোলন বিশেষকৈ পৰিলক্ষিত হয় আধুনিক কবিতাত। যুদ্ধৰ পৰিস্থিতিয়ে অকল অসমীয়া সাহিত্যতে নহয় বা অসমীয়া কবিতাতে নহয়, সমগ্ৰ বিশ্বজোৰা বিৰাট আলোড়নৰ সৃষ্টি কৰিলে। ৰোমাণ্টিক যুগৰ ব্যক্তিগত বিননিৰ সুৰ, বিৰহৰ হুমুনিয়া, কুলি-কেতেকীৰ মাত, ৰণ-বিধ্বস্ত পৃথিৱীৰ কামান-বৰতোপৰ গৰ্জনত যেন নিতাল মাৰিলে। যুদ্ধই পৃথিৱী ধ্বংস কৰিবলৈ নিলেও মানুহ জীয়াই থাকিবলৈ বিচাৰে মানৱ জাতিৰ মংগলৰ কাৰণে। সেয়েহে ৰবীন্দ্ৰনাথে গাই গৈছে "বিশ্ব যদি চলে যায় কাঁদিতে কাঁদিতে, আমি একা বসে ৰব উদ্দেশ্য সাধিতে।" কিন্তু সমষ্টিগত ভাৱেৰে নিচিঞৰিলে, নীৰলে বহি চকুলো টুকিলে, জগত জানো

জাগিব, পৃথিবীৰ উচুপনি জানো মাৰ যাব ? গতিকে নতুন পৃথিবী, নতুন মানৱ সমাজ, নতুন আদৰ্শ গঢ়িবলৈ কবিসকলৰ প্ৰবল ধাউতি জন্মিল।

* * *

টাই-ভাষা, টাই-সংস্কৃতি, বড়ো ভাষা, বড়ো সংস্কৃতি আৰু জনজাতীয় ভাষা-দোৱান, কৃষ্টি আদিৰ গবেষণা, অনুসন্ধান আৰু পুনৰুত্থানৰ কাৰণে প্ৰবল আন্দোলন চলিছে। সেই আন্দোলনত আমাৰ সম্পূৰ্ণ সহানুভূতি আছে। জনজাতীয় সাহিত্য, কৃষ্টি আদিত যি বহুমূলীয়া সমল বা সঁজুলি পোৱা যায় সি সদৌ অসমীয়া জাতিৰ উমৈহতীয়া সাহিত্য আৰু সংস্কৃতিৰ ভঁৰাললৈ লেখত ল'বলগীয়া বৰঙণি যোগাব ; কিন্তু অনৈক্য বা ভেদাভেদৰ সৃষ্টি নকৰি নাইবা থানবান, ছেদেলি-ভেদেলি কৰা মনোবৃত্তি পোষণ নকৰি সকলোৱে সদৌ অসমীয়া জাতিৰ মহৎ স্বাৰ্থৰ হকে একমাত্ৰ অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰি আৰু বিৰাট অসমীয়া সংস্কৃতিকে হেঁপাহেৰে আকোঁৱালি ধৰি তাৰ সমৃদ্ধি আৰু পৰিপুষ্টি সাধনৰ অৰ্থে যত্ন কৰিলেহে দেশৰ আৰু জাতিৰ মংগল।

* * *

অসম সাহিত্য সভাৰ শাখা-সভা আৰু স্বীকৃত সভাৰ সংখ্যা বঢ়া আৰু শিলচৰ, কৰিমগঞ্জ আদি ঠাইলৈকো ইয়াৰ কৰ্মক্ষেত্ৰ বিয়পি পৰাটো নিশ্চয় শুভলক্ষণ। শাখা আৰু স্বীকৃত সভাবিলাক জীৱন্ত, জাগ্ৰত শক্তিশালী, অনুষ্ঠান হলেহে মূল সভাখনৰ শক্তিৰ প্ৰভাৱ বৃদ্ধি হ'ব! অকল মূল সভালৈ বৰঙণি আৰু প্ৰতিনিধি পঠোৱাতে ক্ষান্ত নাথাকি সভ্য সংখ্যা যিমানদূৰ সম্ভৱ বঢ়াই, মাজে সময়ে বক্তৃতা, আলোচনা, বিতৰ্ক ; প্ৰীতি মেল, প্ৰদৰ্শনী আদিৰ আয়োজন কৰিলেহে সেই অনুষ্ঠানবিলাক জনপ্ৰিয় আৰু আকৰ্ষণীয় হ'ব। জাতীয় চৰকাৰ আৰু সহৃদয় ৰাইজে যদি অকাতৰে আৰ্থিক আৰু নৈতিক সাহায্য আগবঢ়ায়, এই অনুষ্ঠানৰ পুঁজি যদি যথেষ্ট টনকিয়াল হয়, তেন্তে ইয়াৰ জৰিয়তে প্ৰচাৰ, সংগঠন, পৰিদৰ্শন, পুথি প্ৰকাশ আদি যাৱতীয় কাৰ্য সুকলমে আৰু সুচাৰুৰূপে চলিব আৰু সাহিত্য, সংস্কৃতি আদিৰ ক্ষেত্ৰত এই অসম সাহিত্য সভাৰ প্ৰভাৱ, প্ৰতিপত্তি দেশে-বিদেশে বিয়পি পৰিব। অসম সাহিত্য সভাৰ এটি সুকীয়া পুথি প্ৰকাশ আৰু প্ৰচাৰ বিভাগ আৰু নিজা ছপাকল হ'লে কাৰ্য সম্পাদনৰ আৰু সুচল হ'ব। বেতন নাইবা অন্ততঃ বানচ দি এজন পৰিদৰ্শক (Organising Supervisor) বিষয়ববীয়া-স্বৰূপে ৰখাৰ আৱশ্যকতালৈকো দৃষ্টি আকৰ্ষণ কৰিলোঁ।

---



সপ্তবিংশ অধিৱেশন

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

[জন্ম ১৯০৩ খৃঃ]

সভাপতি

১৯৫৯ : মগাঁও

সাংস্কৃতিক উৎসৱ পতাৰ উপৰিও অসমীয়া ডেকা-গাভৰুসকলে অন্ততঃ এটা
চুবুৰীয়া বা থলুৱা জনজাতীয় ভাষা শিকিব লাগে। অসমীয়া পণ্ডিতসকলে
সেইবোৰৰ আলোচনা-গৱেষণা চলাব লাগে। তেতিয়াহ'লে জনজাতিসকল
আৰু আমাৰ মাজত পাৰস্পৰিক ভাৱৰ আদান-প্ৰদানৰ মাজেদি বন্ধুত্বৰ
ভাৱ সৃষ্টি হ'ব। তেওঁলোকেও অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰিব
লাগিব। পৰস্পৰে মনত ৰাখিব লাগিব—তেজ ধুলে উটে, মঙহ ধুলে নুটে।
মুঠতে সেৱা আৰু ত্যাগ নহ'লে আমি আনৰ হৃদয় জয় কৰিব নোৱাৰোঁ।
মিছনেৰী চাহাবসকল, ৰামকৃষ্ণ মিছনৰ কৰ্মীসকলৰ আদৰ্শ অনুকৰণীয়।
আমাৰ কোনো সাম্ৰাজ্যবাদী মনোবৃত্তি নাই, কোনো কূট ৰাজনীতি নাই,
—আছে স্বজন প্ৰীতি, আছে মহাপুৰুষে দি থৈ যোৱা মানৱ প্ৰীতিৰ মাংগলিক
অৱদান। আমাৰ ভিতৰত আকৌ নগাৰ নৰোত্তম আছে ; গাৰোৰ গোবিন্দ
আছে নোলাব নে ?

* * *

অসমীয়া ৰাইজৰ জকাইচুকীয়া মনোবৃত্তি বহল নহ'লে জাতিৰ

কেতিয়াও কল্যাণ হ'ব নোৱাৰে। আমাৰ সত্ৰবোৰৰো দুৱাৰ মেল খাবৰ সময় কেতিয়াবাই হ'ল। শংকৰী সভাবোৰে কাছাৰ—গোৱালপাৰাৰ ফালেও গৈ মহাপুৰুষৰ ধৰ্মৰ বাণীৰ লগে লগে অসমীয়া জাতিৰ প্ৰাণৰ বাণীও বিলাব লাগে; কিন্তু কাৰ্যত আমি কি কৰিছোঁ। দেখিছেই। বৰ বৰ বক্তৃতাৰ ফুলজাৰি মাৰি নাইবা বাতৰি কাকতত দুই-এখন চিঠি লিখিয়েই অসমীয়া ভাষা-সাহিত্যৰ উদ্ধাৰ কৰিব খুজিছোঁ। কেৱল কাছাৰকে নহয়, গোটেই অসম দেশখনকে যে অনাঅসমীয়া ভাষা-কৃষ্টিয়ে গিলি পেলাবৰ উপক্ৰম হৈছে সেই কথাও কাৰোবাক চকুত আঙুলি দি দেখুৱাই দিব লাগিব নে? ‘কাল অজগৰে লৈ যায় টানি, ৰাখা ৰাখা প্ৰভু সাৰংগপাণি' বুলি মনক প্ৰবোধ দি থাকিলেই নহ'ব। আমাৰ ৰাইজ শহাকণীয়া আৰু শেনচকুৰা হৈ আগবাঢ়িব লাগিব। নিজৰ ঘৰখনতে ক'ত কি অথন্তৰ ঘটিছে, ক'ত কি কেৰোণে ধৰিছে, সেইবোৰক বুজিবলৈ প্ৰতিকাৰৰ বাবে সাজু হ'ব লাগিব। নহ'লে ঘৰৰ ভিতৰৰ এমুঠি মানুহৰ মাজতে একোটা সৰু কথাতে বাদ-বিতণ্ডাৰ সৃষ্টি কৰি বৌজাল-বৌজাল কৰি থাকিলে ভাষা-সাহিত্য নৰয়, জাতি ৰক্ষা নপৰে।

* * *

নৱলব্ধ স্বাধীনতাৰ লগে লগে ভাষা-সংস্কৃতি আদিৰ উন্নয়নৰ কাৰণে অসমীয়ে লাভ কৰা জনহিতকৰ অনুষ্ঠানবোৰৰ ভিতৰত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰও অন্যতম। বৰ্তমান অসমীয়া সাহিত্যলৈ এই অনাতাঁৰ কেন্দ্ৰৰ অৰিহণাও লেখত ল'বলগীয়া। সেই কাৰণে এই সম্পৰ্কেও অলপ চালি-জাৰি চোৱা উচিত। আমাৰ বোধেৰে অনাতাঁৰ মাধ্যমেৰে প্ৰচাৰিত বহুখিনি গীতি, কবিতা, গল্প, কথিকা, নাটক ৰূপকবোৰ বতাহত উৰি যোৱাৰ লগে লগে সেইবোৰৰ সাহিত্যিক মূল্যও নাইকিয়া হৈ গৈছে। এনে ক্ষেত্ৰত ন-পুৰণি লেখক এচামক অনাতাঁৰ কেন্দ্ৰই কেৱল বানচ লৈ সাহিত্যিক কচৰৎ কৰিবলৈ সুবিধা কৰি দিয়াৰ বাহিৰে আমি আন বিশেষ উপকাৰ পোৱা নাই বুলি ক'ব লাগিব। পিছে আমাৰ বৰ্তমান অসমীয়া সাহিত্যৰ দুখীয়া ভঁৰালৈ এই অনাতাঁৰ কেন্দ্ৰৰপৰা আশানুৰূপ নহ'লেও নিচেইকৈ ভাল বৰঙনি নাই পোৱা বুলি কলে অশলাগ কৰা হ'ব। এই কেন্দ্ৰই আজি এঘাৰ বছৰে এদল নতুন লেখক, নতুন শিল্পী গঢ়িবলৈ চেষ্টা চলাই আহিছে।

* * *

সাগৰৰ বুকুত ডিঙিৰ গুৰিলৈকে বুৰগৈ থকা সত্ত্বেও পিয়াহত আমাৰ ডিঙিৰ



আঁত শুকাই থাকিবলগীয়া হৈছে যেন অনুমান হয়। ওপৰত উল্লেখ কৰা বা নকৰা অসংখ্য প্ৰকাশিত আৰু অপ্ৰকাশিত বুৰঞ্জী আৰু হাতত‌ে ঢুকি পোৱাতে থকা অজস্ৰ বুৰঞ্জীৰ মূল্যবান উপাদান থকা সত্ত্বেও সেইবোৰ জুকিয়াই সংগ্ৰহ আৰু সম্পাদন কৰি এতিয়াও কোনো লোক বা প্ৰতিষ্ঠানে আমাক ইংৰাজীত বা অসমীয়াত এনে এখন বুৰঞ্জী যুগুত কৰি দিব পৰা নাই, যিখনক আমি অসমৰ সম্পূৰ্ণ বহল বুৰঞ্জী আখ্যা দিব পাৰোঁ। সেই কাৰণেই কৈছোঁ—সুধীসকল। বুৰঞ্জী-সাগৰৰ মাজতো আজি আমাৰ কাৰণে পানীৰ আকালে দেখা দিছে। সুখৰ বিষয়, আমাৰ কেবাজনো ডেকাই বিলাতলৈ গৈ বুৰঞ্জীত ডক্টৰেট উপাধি লাভ কৰি আহিছে আৰু অসম বুৰঞ্জীৰ কোনো এটা ফালৰ বিষয়ে গভীৰ অধ্যয়ন কৰি বৈজ্ঞানিক পদ্ধতিৰে একোখনি গ্ৰন্থও হয়তো যুগুত কৰি থৈছে। এইসকলৰ উপৰিও বুৰঞ্জীবিদ পণ্ডিত আমাৰ মাজত আছে। এই সকলো লোকক সুপৰিকল্পিতভাৱে ভাগে ভাগে কামত লগাই ইংৰাজী আৰু অসমীয়াত সম্পূৰ্ণ অসম বুৰঞ্জী প্ৰণয়ন কৰোৱাৰ কাল এতিয়াও উকলি যোৱা নাই। এইদৰে ঢাকা বিশ্ববিদ্যালয়ে বুৰঞ্জীবিদ ৰমেশচন্দ্ৰ মজুমদাৰৰ সম্পাদনাত বংগ-দেশৰ বৃহৎ বুৰঞ্জী দুই খণ্ডত যুগুত কৰি ছপা কৰি উলিয়াইছিল। এই বুৰঞ্জী আৰু ডক্টৰ বাণীকান্ত কাকতিদেৱৰ সম্পাদনাত যুগুত হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ Aspects of Early Assamese Literature নামৰ গ্ৰন্থ এই বিষয়ত পথ-প্ৰদৰ্শক হ'ব পাৰে। শুকক বেদ পঢ়াব নালাগে। ডক্টৰ ভূঞা আৰু ডক্টৰ বৰুৱা প্ৰমুখ্যে আমাৰ বিশ্ববিদ্যালয়ৰ গুৰিয়ালসকলৰ দৃষ্টি এই বিষয়ত অচিৰে পৰিব বুলি আমি আশা কৰিলোঁ।

* * *

কীৰ্তিৰ সমাধিক্ষেত্ৰ পুণ্যভূমি এই অসম দেশ। ইয়াৰ শিলৰ বুকুত; অটব্য হাবিৰ মাজত, নৈৰ বালিচন্দাত, য'তে-ত'তে বুৰঞ্জীৰ কিমান কীৰ্তি-কাহিনী পোত গৈ আছে, তাৰ হিচাপ কোনে ৰাখিছে? আমাৰ ককা, আজো-ককাৰ কিমানবোৰ পৱিত্ৰ পুৰণি কাহিনী পাহৰণি ৰাক্ষসীয়ে গিলি থালে, সেই বিষয়ে আজি আমাক কোনে ক'ব? অসমৰ প্ৰতিখন নগৰ, প্ৰতিখন গাঁৱেই ক'বলগীয়া পুৰণি নিজা কথা আছে। পূত-পৱিত্ৰ এই দেশৰ প্ৰতি চমকা মাটিয়েই নিজৰ জীৱন বুৰঞ্জী গাই শুনাব পাৰে।

* * *

মাটিৰ তলৰ কথা এৰি দিয়োঁ মাটিৰ ওপৰত যিবোৰ দ'ল-দেৱালয়, মৈদাম,

ধ্বংসাৱশেষ আছে সেইবোৰকে বা ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিবলৈ কি চেষ্টা চলিছে? এই সম্পৰ্কত কাম কৰিবলৈ ভাৰত চৰকাৰৰ তলত সুকীয়া বিভাগ এটাও আছে আৰু আন আন ৰাজ্যত সেই বিভাগে প্ৰচুৰ অৰ্থ ভাঙি উল্লেখযোগ্য প্ৰশংসনীয় কামো কৰিছে। তাৰ তুলনাত অসমৰ বেলিকা এই বিভাগটোৱে যথোচিত দৃষ্টি দিছে বুলি আমি প্ৰমাণ পোৱা নাই। নহ'লেনো সিদিনা আহোম স্বৰ্গদেউসকলৰ চৰাইদেও মৈদামত স্মৃতি তৰ্পণ আগবঢ়াবলৈ গোট খোৱা ৰাইজে স্বৰ্গদেউসকলৰ মৈদাম চৰকাৰে ধ্বংসৰ মুখৰপৰা ৰক্ষা কৰিব লাগে বুলি প্ৰস্তাৱ এটা ল'বৰ আৱশ্যক হয় কিয়?

* * *

সাহিত্য মানৱ মনৰ দাপোণ। মানৱ সমাজ আৰু বাহ্যিক প্ৰকৃতিৰ প্ৰভাৱত মানৱ মনত হোৱা প্ৰতিক্ৰিয়া প্ৰকাশ পায় সাহিত্যৰ মাজেদি। তথাপি একোটা বিশেষ পৰিৱেশৰ মাজেদি একোজন সাহিত্যিকৰ সাহিত্যই গঢ় লয়। পুস্তকলব্ধ জ্ঞানতকৈ ব্যক্তিগত উপলব্ধিৰ মূল্য বেছি। তেনেকৈ প্ৰথমটোৰ ভেঁটিত ৰচনা কৰা সাহিত্যতকৈ পাছৰটোৰ ভেঁটিত ৰচনা কৰা সাহিত্য বেছি মৰ্মস্পৰ্শী আৰু মনোগ্ৰাহী হয়। বহিঃপ্ৰকৃতিৰ বিভিন্ন বিকাশৰ পাছফালে নিহিত থকা মূল সত্য এটা। উপলব্ধিৰ গভীৰতাই এই সত্য উপলব্ধিত সহায়তা কৰে। সেই কাৰণেই ঐকান্তিকতা আৰু গভীৰতা থাকিলে একোটা নিৰ্দিষ্ট পৰিৱেশৰ মাজতে একোটা বিশেষ সামাজিক আৰু প্ৰাকৃতিক প্ৰভাৱৰ মাজেদিয়েই বিশ্বজনীন আৰু যুগমীয়া সাহিত্য ৰচনা কৰা সম্ভৱ হয়। আমি যিখন সমাজত বাস কৰোঁ, চলন ফুৰণ কৰি জীয়াই থাকোঁ, সেই সমাজৰ মানুহৰ জীয়া সমস্যাই যদি আমাক টলাব নোৱাৰে; আমি যি দেশৰ নদ-নদী, চৰাই-চিৰিকতি, ধূলি-মাকতিৰ মাজত ডাঙৰ-দীঘল হৈছোঁ, সেই দেশৰ সৌষ্ঠৱ সৌন্দৰ্যই যদি আমাৰ সাহিত্যত প্ৰেৰণা যোগাব নোৱাৰে; যি আদৰ্শৰ পৰম্পৰাত আমাৰ মনোজগতৰ বিকাশ সাধন হৈছে সেই আদৰ্শত যদি আমি উদ্বুদ্ধ নহওঁ আৰু সাহিত্যত তাৰ প্ৰতিফলন নহয়; তেন্তে সেই সাহিত্যক আমাৰ নিজা সাহিত্য বুলি ক'বলৈ মন কোচ খাই যায়। সেই সাহিত্যই কোনো স্থায়িত্বও দাবী কৰিব নোৱাৰে। আমাৰ কবিতাৰ প্ৰেৰণা যোগাবলৈ যদি ভল্গা নহ'লে নহয়, নাৰী সৌন্দৰ্যৰ বৰ্ণনা দিবলৈ যদি হেলেন-ক্লিয়পেট্ৰা নহ'লে নহয়, ৰত্নগৰ্ভা, অন্নদায়িনী, প্ৰাণদায়িনী মাতৃ বসুন্ধৰাক বন্ধ্যা পৃথিৱী নবুলিলে যদি পৃথিৱীৰ প্ৰতি উপযুক্ত সম্বোধন নহয়; তেন্তে সেই কবিতাই, সেই সাহিত্যই আমাৰ মনত কি গভীৰ সঁাচ বহুৱাব? কবিতাত



আধুনিক-পৌৰাণিক নাই, ৰোমাণ্টিক, ইলিয়টী নাই। য'ত কবিতাৰ সন্মোহিনী গুণ আছে, সেয়ে কবিতা।

* * *

সাহিত্যৰ আন এটা লাগতিয়াল বিভাগ হৈছে শিশু সাহিত্য। সাহিত্যিকসকলৰ ভিতৰত শিশু-সাহিত্যৰ বেদী ৰচনা কৰোঁতাসকলৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। সাহিত্য কাননত পাৰিজাত ফুলবোৰ একেদিনে বা কম সময়তে নুফুলে। গুটিৰপৰা পুলি হয়। পুলিৰপৰা গছ হয়। গছৰপৰা ফুল হয়। উপযুক্ত সময়ত সাৰ-পানী যোগাই ওচৰৰ ঘঁাহ বন চিকুণাই দিলেহে লহপহকৈ বাঢ়ি সময়ত ফুলবোৰে পৰিপূৰ্ণতা লাভ কৰি চকু জুৰোৱা ৰূপেৰে আমোলমোলোৱা গোন্ধেৰে জগত মুহিব পাৰে। দেশৰ শিশুসকলেই হৈছে এই ফুল পুলি।

* * *

যিখন পথাৰত ডাক, মাধৱ কন্দলিয়ে কঠিয়া পেলালে, শংকৰ-মাধৱ-ভট্টদেৱে নদন-বদন খেতি কৰিলে, লাচিত-গদাধৰে বনৰীয়া হাতী-গাহৰি খেদিলে, আহোম ৰাজত্বৰ শেষ ভাগত সেই খেতি চপোৱা হ'ল। কিছুদিন সেই পথাৰ ছন পৰিল। ডাঠ হাবি-বনে ঢাকি ধৰিলে। ঢেকীয়াল ফুকন, হেম, গুণাভিৰাম আদিয়ে সেই হাবি-বন ভাঙিলে। নতুন যুগৰ জোনাকত আকৌ খেতি আৰম্ভ হ'ল। কমলাকান্তই পাহৰা কথা সোঁৱৰাই দিলে। হেম, চন্দ্ৰ, পদ্মনাথ আদিয়ে নাঙল-যুৱলী তুলি ল'লে। লক্ষ্মীনাথে কাৰ্ফাই ধনু-কঁাড় তুলি লৈ 'হুৰ হুৰ বটা চৰাই আমালৰ ধান নেখাবি' বুলি গীত গাই কেৱল বটা চৰাইকে নহয়, বনৰীয়া গোনা মহকো সাত তাঁতিৰ বাহিৰলৈ খেদি পঠিয়ালে। বৃটিছ আমোৰ শেষত সেই খেতিও চপোৱা হ'ল। পুনৰ আজি সেই একেখন লুইতপৰীয়া লখিমী পথাৰেই ধোবাংবাং হৈ পৰি আছে। নানাজনে নানা ঠাইৰপৰা নানা খেতিৰ সঁচ আনিছে। এতিয়া আকৌ তাতে নদন-বদন খেতি হ'ব লাগে। জাপানী পদ্ধতিৰে হওক, বিলাতী পদ্ধতিৰেই হওক নাইবা দেশীয় পদ্ধতিৰেই হওক, আমাক লাগে অধিক শস্য—সাহিত্যৰ ভঁৰালত মানিকী-মধুৰী জহা আৰু লাগে এখন ৰমক-জমক দিব্য উপবন।

—

